# হিমতীৰ্থ বদ্ৰিনাথ



শ্ৰীসুব্ৰতা বৰুৱা



চপলা সাহিত্য সদন
পুস্তক প্ৰকাশ আৰু প্ৰচাৰ প্ৰতিষ্ঠান
পোষ্ট বক্স নং ১, শিলং

প্ৰকাশক :
শ্ৰীবিভুভূষণ চৌধুৰী
অসমীয়া সাহিত্য মন্দিৰ
পোষ্ট বক্স নং ১, শ্বিলং

পৰিবেশক :
চপলা বুক ষ্টল
শ্বিলং :: অসম
[ ১৪৯-১-১-৬২ ]

মুদ্ৰাকৰ :
শ্ৰীযশোদা সাহা
নিউ এজ প্ৰিণ্টাৰ্স
৫৯ পটুয়াটোলা লেন
কলিকতা ৯

প্ৰথম সংস্কৰণ
ডিচেম্বৰ ১৯৬২

মূল্য ১.৫০ ন.প.

হাতেলিখা অৱস্থাতে শ্ৰীমতী সুব্ৰতা বৰুৱাই লিখা তীৰ্থ-যাত্ৰাৰ-ভ্ৰমণ-কাহিনী 'বদ্ৰিনাথ' পঢ়ি চালোঁ। বৰ্ণনা সহজ, সৰল আৰু সুখ-পাঠ্য হৈছে ঃ পঢ়ি গলে অকণো আমনি নালাগে। পঢ়োঁতে অ'ত ত'ত যি সামান্য খুঁত চকুত পৰিছিল তাক শুধৰাবলৈ যত্ন কৰা হৈছে। ৰাৱণ বধৰ আগতে শ্ৰীৰামচন্দ্ৰই শৰৎ কালত (অকালতে) দুৰ্গাকহে পূজা কৰিছিল বুলি কথিত আছে। পিছে, কমলেশ্বৰ মহাদেৱৰ বৰ্ণনাৰ পৰা জনপ্ৰবাদত উত্তৱ হোৱা মতে ৰামচন্দ্ৰই সহস্ৰ নীলপদ্মেৰে মহাদেৱকহে পূজা কৰিছিল বুলি জনা গ'ল।

লেখিকাৰ লেখনীত আৱেগ আৰু ঘটনাৰ বৰ্ণনা হাতত ধৰাধৰিকৈ আগ বাঢ়িছে। ভ্ৰমণ-কাহিনীবোৰৰ মূল্য সেইবাবে বহুত গুণে বাঢ়িছে। হিমালয়ৰ ভয়াবহ সৌন্দৰ্যৰ আকৰ্ষণৰ বৰ্ণনা মনোৰম হৈছে বুলি স্বীকাৰ কৰিবই লাগিব। লক্ষ্মী-সৰস্বতীৰ অনুগ্ৰহত আৰু বিশেষকৈ লেখিকাৰ গুণী আৰু সাহিত্যামোদী স্বামী শ্ৰীকমলেশ্বৰ বৰুৱাদেৱৰ উৎসাহ-উদ্দীপনাপূৰ্ণ সহযোগত আমি লেখিকাৰ সুলেখনী-নিসৃত আৰু অনেক সদ্‌গ্ৰন্থ পোহৰলৈ অহা দেখিবলৈ পাম বুলি আশা কৰিলোঁ। ইতি—

ছিলং ২০।৬।৬২ শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

# পাতনি

১৯৫৯ চনৰ আগষ্ট মাহত মোৰ স্বামী শ্ৰীকমলেশ্বৰ বৰুৱা আৰু মোৰ বদ্রিনাথধামলৈ যোৱাৰ সৌভাগ্য হৈছিল। সেই সময়তে এই ভ্ৰমণ কাহিনী লিখাৰ সংকল্প কৰোঁ আৰু নিয়মিত ভাৱে চমুকৈ প্ৰত্যেক দিনৰ কথা কেতিয়াবা মই আৰু কেতিয়াবা মোৰ স্বামীয়ে টুকি থয়।

প্ৰথমতে চুটিকৈ লিখি ছিলঙৰ মুকুল সংঘৰ কেইটামান বৈঠকত এই ভ্ৰমণ কাহিনী পাঠ কৰোঁ। সংঘৰ সভ্যসকলে উৎসাহেৰে শুনাৰ বাবে তেখেতসকলৰ ওচৰত মই কৃতজ্ঞ।

ছপাখানাৰ বাবে উপযুক্ত কৰি লিখাৰ এলাহতে এইখন ইমান দিনে পৰি আছিল। মোৰ স্বামীৰ একান্ত আগ্ৰহ আৰু অনুপ্ৰেৰণাত কিতাপ খনি অলপ বহলাই লিখি সম্পূৰ্ণ কৰোঁ।

হাতে লিখা অৱস্থাতে ছিলং নিবাসী লব্ধপ্ৰতিষ্ঠ সাহিত্যিক শ্ৰীযুক্ত অতুলচন্দ্ৰ বৰুৱাদেৱে এবেলি চকু ফুৰাই বহুতো ভুল শুধৰাই দিয়াৰ বাবে তেখেতৰ ওচৰত মই কৃতজ্ঞ।

শেষত, ছিলঙৰ চপলা বুক ষ্টলৰ প্ৰ'প্ৰাইটৰ শ্ৰীযুত বিভুভূষণ চৌধুৰী দেৱে কিতাপ খনি ছপাবলৈ গাত লোৱাত তেখেতকো মোৰ আন্তৰিক ধন্যবাদ জনালোঁ।

ইতি

শ্ৰীসুব্ৰতা বৰুৱা

অজন্তা
লা-চামিয়াৰ
ছিলং ১।৮।৬২




১৯৫৯ চনৰ জুলাই মাহ। মোৰ স্বামী আৰু মই কাশ্মীৰ ভ্ৰমণ উপলক্ষে দিল্লী পাওঁগৈ। বহুতৰে দৰে মোৰ মনতো সৰুৰে পৰা ভূস্বৰ্গ কাশ্মীৰ চোৱাৰ প্ৰবল আকাঙ্ক্ষা আছিল। কিন্তু আমাৰ দুৰ্ভাগ্যক্ৰমে সেই সময়ত কাশ্মীৰ উপত্যকা ঝেলম নৈৰ প্ৰলয়ঙ্কৰী বাণপানীৰ প্ৰকোপত বিপন্ন হৈ পৰিছিল। সাময়িকভাৱে কাশ্মীৰলৈ যাতায়ত বন্ধ হৈছিল। এই বাবলৈ কাশ্মীৰ ভ্ৰমণ সম্ভৱ নহব বুলি ভাবি নিৰাশ হলোঁ। কাৰণ মোৰ স্বামীৰ কষ্টাৰ্জিত পোন্ধৰ দিনৰ ছুটীৰ আৰু মোৰ বহুত দিনৰ আশা সকলো অথলে যোৱাৰ দৰে লাগিল।

আমাৰ দৰে সদায় ছিলঙত থকা মানুহৰ কাৰণে ভাৰতবৰ্ষৰ আন শৈলাবাসৰ প্ৰতি বেছি আকৰ্ষণ নাথাকে। সেয়েহে আন কোনো পাহাৰী স্বাস্থ্যাবাসলৈ যাবলৈও মনত উৎসাহ পোৱা নাছিলোঁ।

এই সময়তে মনত খেলালে যে হিন্দুৰ মহাতীৰ্থ হৰি-দ্বাৰলৈ যাব পাৰি, আৰু যদি সম্ভৱ হয় তেন্তে বদৰিকা আশ্ৰমলৈও যাবলৈ চেষ্টা কৰা ভাল হব। ইয়াকে ভাবি

বদৰিকা আশ্ৰমলৈ যোৱাৰ সম্বন্ধে খবৰ বাতৰি লবলৈ ভাৰত চৰকাৰৰ পৰিবহন দপ্তৰলৈ গলোঁ। ইয়াতে শুনিলোঁ যে জুলাই আৰু আগষ্ট মাহ বদৰিকাআশ্ৰম বা বদ্রিনাথলৈ যোৱাৰ উপযুক্ত সময় নহয়। এই সময়ত বৰষুণৰ বাবে বাট পথ বিপদসংকুল হৈ পৰে। অৱশ্যে এইটোও জানিব পাৰিলোঁ যে এই দুমাহত যোৱা যাত্ৰীৰো অভাৱ নহয়। এই খবৰ শুনি যদিও অলপ বেয়া লাগিল তথাপি হৰিদ্বাৰলৈ ভালদৰে খবৰ পাম বুলি আশা কৰিলোঁ। মনতে ভাবিলোঁ একেবাৰে বদ্রিনাথলৈ যাব নোৱাৰিলেও গিৰিৰাজ হিমালয়ৰ মনোমুগ্ধকৰ দৃশ্য উপভোগ কৰাৰ কিছু সুযোগ পাম।

দিল্লীত থকা ভাৰত চৰকাৰৰ পৰিবহন দপ্তৰৰ পৰা ( Government of India Tourist Office ) আমাক বদ্রিনাথ ভ্ৰমণৰ নিৰ্দ্দেশ থকা পুস্তিকা এখন দি কলে যে তালৈ যাবলৈ হলে কলেৰা আৰু টায়ফয়েদ ৰোগৰ প্ৰতিষেধক বেজী লব লাগে। এই বেজী লোৱাৰ প্ৰমাণ স্বৰূপে বাটত দেখুৱাবলৈ ডাক্তাৰৰ চহীৰে সৈতে চৰকাৰী মোহৰ মৰা প্ৰমাণপত্ৰও লগত ৰখা প্ৰয়োজন। এই প্ৰমাণ পত্ৰ দেখুৱাব নোৱাৰিলে বাটত বেজী দিয়ে।

বদ্রিনাথলৈ যাবলৈ হলে লগত নিব লগা প্ৰয়োজনীয় বস্তুৰ বিষয়ে পৰিবহন দপ্তৰৰ এই পুস্তিকা খনিত নিৰ্দ্দেশ দিয়া আছে। এই সময়ত উত্তৰ ভাৰতৰ সমতল খণ্ডত অতিপাত গৰম যদিও হিমালয়ৰ ওপৰত অৱস্থিত বদ্রিনাথত

যথেষ্ট ঠাণ্ডা। সেয়ে পিন্ধিবলৈ আৰু ৰাতি লবলৈ যথেষ্ট পৰিমাণে গৰম কাপোৰৰ আৱশ্যক। খোজ কাঢ়িবলৈ কাপোৰৰ জোতা, সংকীৰ্ণ ৰাস্তাৰে আগবাঢ়িবলৈ লাঠী, অলপ দৰব আৰু খোৱা বস্তু (বিস্কিট, হৰলিকস্ আদি) খোৱা পানী নিবলৈ বটল, পানীকোট, ছাতি, টৰ্চলাইট, মম আৰু জুয়াচলাই আদি নানান বস্তুৰ লগতে বিচনা আদি আৰু বৰষুণৰ পৰা সেইবোৰ ৰক্ষা কৰিবলৈ পানী কাপোৰৰ প্ৰয়োজন। ইয়াৰে কিবা কিবি আমি দিল্লীত কিনিললোঁ। কাপোৰৰ জোতা, লাঠী আদি কিছুমান বস্তু পাছত, বদ্ৰিনাথলৈ যোৱা হলে হৰিদ্বাৰত কিনিম বুলি থলোঁ।

সম্ভৱ হওক বা নহওকেই, বদ্ৰিনাথলৈ যাবলৈ ওলাইছোঁ বুলি ভাবি মনলৈ পুনৰ উৎসাহ আৰু আনন্দ ঘূৰি আহিল।

৩১ জুলাইৰ দিনা আমি দিল্লীৰ পৰা হৰিদ্বাৰলৈ যোৱা ঠিৰ কৰিলোঁ। আমাৰ পৰিচিত, দিল্লী-নিবাসী ভদ্ৰলোক এজনে আমাক হৰিদ্বাৰত থৈ আহিবলৈ তেখেতৰ মটৰখন দিলে। নিৰ্দিষ্ট দিনত আবেলি তিনি মান বজাত আমি হৰিদ্বাৰ অভিমুখে ৰাওনা হলোঁ। বাটত মিৰাট, মজফ্ফৰপুৰ, ৰুৰকী আদি বিখ্যাত নগৰবোৰ পাই যাওঁ। আবেলি পাচ মান বজাত মিৰাটত বৈ দোকান এখনত চাহ খাই ললোঁ। মিৰাট পাওঁতে স্বামীয়ে ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ কথা মনত পেলাই দিলে। চিপাহী বিদ্ৰোহৰ বহুতো ঐতিহাসিক ঘটনাৰ লগত মিৰাট চহৰৰ নাঁম জড়িত। ভাৰতৰ স্বাধীনতা যুদ্ধৰ বুৰঞ্জীৰ পাতত সদায় এই বিলাক সোণালী

আখৰেৰে জিলিকি থাকিব। ৰুৰকীত ভাৰতবৰ্ষৰ প্ৰথম ইঞ্জিনিয়াৰিং কলেজ স্থাপিত হয়। বৰ্তমান ইয়াত এখন ইঞ্জিনিয়াৰিং বিশ্ববিদ্যালয় স্থাপিত হৈছে।

দিল্লীৰ পৰা হৰিদ্বাৰ মটৰৰ ৰাস্তাৰে প্ৰায় ১৭০ মাইল দূৰ। সুন্দৰ বহল পকা ৰাস্তা। বাটৰ দুই কাষে পকা ফলেৰে ভৰি থকা আমগছ বিলাক, পথাৰত চালি ধৰি থকা ম'ৰা চৰাইৰ জাক, লহপহীয়া কুঁহিয়াৰ খেতি। মাজে মাজে জলসিঞ্চনৰ বাবে খন্দা ডাঙৰ ডাঙৰ খালবিলাকত ওপচি থকা শীতল পানীয়ে জুলাই মাহৰ উত্তপ্ত সূৰ্যৰ গৰম লগা পোহৰৰ মাজতে চকুত স্নিগ্ধতা আনি দিছিল!

হৰিদ্বাৰ পাওঁতে আমাৰ এন্ধাৰ হ'ল। ৰাতিটো আমি ৰেল ষ্টেচনৰ বিশ্ৰামগৃহত থাকি পিছদিনা পুৱা খবৰ বাতৰি লম বুলি ভাবি আহিছিলোঁ। সেয়েহে আমি পোনতে ৰেল ষ্টেচনলৈ আহিলোঁ। ষ্টেচন মাষ্টৰে কলে যে বদ্ৰিনাথলৈ গলে ৰেলেৰে হৃষীকেশলৈ গৈ পুনৰ বাচত উঠাতকৈ একেবাৰে হৰিদ্বাৰৰ পৰাই বাচত যোৱাহে সুবিধাজনক। ৰাতিপুৱাই হৰিদ্বাৰৰ পৰা হৃষীকেশলৈ যাত্ৰীবাহী বাচ যায়। লগতে তেঁও আমাক এই সম্বন্ধে সবিশেষ জানিবলৈ স্থানীয় 'টুৰিষ্ট ব্যুৰো'ত খবৰ লবলৈ পৰামৰ্শ দিলে। তেঁওৰ পৰামৰ্শ মতে আমি বাচ ষ্টেচনলৈ গলোঁ। তাত হৰিদ্বাৰৰ পৰা হৃষীকেশলৈ পিছদিনা পুৱা যাব লগা বাচৰ টিকট কেতিয়াবাই শেষ হোৱা বুলি শুনি বৰ বেয়া লাগিল। হৰিদ্বাৰৰ পৰা হৃষীকেশ ১৪ মাইল মাত্ৰ। ৰেল লাইনৰো শেষ সীমা হৃষীকেশ। বাচৰ

টিকট নাপালেও বাচ ষ্টেচনত বহুতো বদ্ৰিনাথ যাত্ৰী পুৰুষ তিৰোতা দেখি ভাল লাগিল। ভাবিলোঁ ইমান যাত্ৰী যদি যাব পাৰে আমি নোৱাৰিম কিয়? কষ্ট হব কিন্তু আনন্দও পাম।

বাচৰ টিকট নাপাই আমি পুনৰ ৰেল ষ্টেচনলৈ আহি পিছদিনা পুৱা ৪ বজাতে ৰেলেৰেই হৃষীকেশলৈ যোৱা স্থিৰ কৰিলোঁ। এইখিনি ঘুৰোতে ৰাতি ৯ বাজিল। বৰ গৰম। ভাগৰ লাগিছে। বিশ্ৰামৰ কাৰণে শৰীৰ মন ব্যাকুল হৈ পৰিছে। তথাপি বদ্ৰিনাথৰ ৰাস্তা সম্বন্ধে আৰু কিছু সম্ভেদ লবলৈ আৰু বাটত ৰাতি থকাৰ সা-সুবিধা আদিৰ কথা জানি-বলৈ পুনৰ টুৰিষ্ট অফিচ বিচাৰি ওলালোঁ।

ৰাস্তাৰ দাঁতিত ডাঙৰ চাইনবোৰ্ড থকা এই অফিচ বিচাৰি উলিয়াবলৈ বেচি সময় নালাগিল। এই সময়ত অফিচৰ ভিতৰত লাইট জ্বলি থকা আৰু দুৱাৰ খোলা দেখি অলপ আচৰিত হলোঁ। যদিও ভিতৰত কোনো মানুহ থকা আশা কৰা নাছিলোঁ। খোলা দুৱাৰেৰে ভিতৰ সোমাই দেখিলোঁ ভিতৰৰ বাৰাণ্ডাতে বোধকৰোঁ চকীদাৰ এজন শুই আছে। মানুহ জনক আমি জগালোঁ। তেঁও আমাক ফোনেৰে আঞ্চলিক টুৰিষ্ট বিষয়া শ্ৰীমিশ্ৰৰ লগত কথা হবলৈ কলে। প্ৰথমবাৰ টেলিফোন কৰি কোনো উত্তৰ নাপালোঁ। মোৰ স্বামী টেলিফোনৰ ওচৰতে থকা ওখ চকী এখনত বহি দ্বিতীয় বাৰ ফোনটো হাতত লওঁতেই খাকী হাফপেণ্ট পিন্ধা বেচ শকত-আবত, ওখ ডাঙৰ, প্ৰকাণ্ড গোঁফ একোচাৰে সৈতে মানুহ

এজন ওলালহি। খাকী পেণ্ট আৰু পেণ্টত মৰা হুইস্কি বহল পেটী ডাল, শৰীৰৰ আকাৰ আৰু গোঁফ কোচা দেখি তেঁও কোনোবা বিশিষ্ট আৰু ব্যক্তিত্বপূৰ্ণ পুলিচ বিষয়া নহব বুলি সন্দেহ কৰাৰ কোনো কাৰণ নাছিল। অচিনাকি ঠাইত কৰবাত কিবা জগৰ লাগে বুলি লৰালৰি কৰি মোৰ স্বামী চকীখনৰ পৰা উঠি তেঁওক বহিবলৈ দিলে। মানুহজনে স্বামীক উঠিবলৈ মানা কৰি অতি ভদ্ৰ আৰু বিনীতভাবে আমাৰ পৰিচয় ললে। আমিও তেঁওযে কোনো পুলিচ বিষয়া নহয়, আৰু আমি বিচাৰা জিলা টুৰিষ্ট বিষয়াহে জানিব পাৰি বৰ ভাল পালোঁ। তেঁওৰ নাম শ্ৰীৰঘুনন্দন ভাৰ্গৱ। হৰিদ্বাৰৰ স্থায়ী বাসিন্দা। তেঁও আঞ্চলিক টুৰিষ্ট বিষয়া শ্ৰীমিশ্ৰৰ পৰবৰ্ত্তী বিষয়া। শ্ৰীভাৰ্গবৰ লগত আমাৰ এই অপ্ৰত্যাশিত সাক্ষাত নোহোৱা হলে আমি ইমান সুবিধাৰে বদ্ৰিনাথলৈ যাব নোৱাৰিলোহেঁতেন। তেঁও আমাৰ পৰিচয় পাই আৰু সুদূৰ অসমৰ পৰা অহা বুলি শুনি বৰ আগ্ৰহেৰে আমাক সহায় কৰিবলৈ ব্যস্ত হৈ পৰিল। তেঁও কলে যে যদিও জুলাই-আগষ্ট মাহত বদ্ৰিনাথলৈ যোৱা বৰ কষ্টকৰ, তথাপিও ঈশ্বৰে কৰালে আমাৰ নিশ্চয় বদ্ৰিনাথ দৰ্শন হব।

শ্ৰীভাৰ্গবে আমাক ৰাতি ৰেলৰ বিশ্ৰাম গৃহত থকাৰ সংকল্পত বাধা দি আন ঠাইত থকাৰ ব্যৱস্থা কৰি দিব বুলি কলে। তেঁও আৰু কলে যেঁ আমি দিল্লীৰ পৰা অহা মটৰ গাড়ী খনেই আমাকে পিছদিনা পুৱা হৃষীকেষত থৈ আহিব পাৰিলে ভাল হয়। তেঁও তেতিয়াই অফিচৰ পৰা টেলিফোনযোগে

আমাৰ ৰাতি থকাৰ ব্যৱস্থা উত্তৰ প্ৰদেশৰ হৰিদ্বাৰত অৱস্থিত জলসিঞ্চন বিভাগৰ বিশ্ৰাম গৃহত স্থিৰ কৰিলে। লগতে হৃষীকেশৰ মটৰ অফিচলৈ ফোন কৰি পিছদিনা হৃষীকেশৰ পৰা বদ্রিনাথৰ পথৰ প্ৰথম দিনাৰ নিৰ্দিষ্ট স্থান শ্ৰীনগৰলৈ যোৱা বাচত দুটা চিট ৰিজাৰ্ভ কৰাবো বন্দবস্ত কৰিলে।

এইখিনি ব্যৱস্থা কৰি তেঁও আমাক বিশ্ৰামগৃহলৈ লৈ আহিল। সেই সময়ত তাত যুক্ত প্ৰদেশৰ মন্ত্ৰী এগৰাকী আৰু বহুতো গণ্য মান্য ভদ্ৰলোক আৰু ভদ্ৰমহিলাৰ ভোজ সভা এখন হৈ আছিল। আমাৰ সৌভাগ্যক্ৰমে সেই ভোজ সভাতে আঞ্চলিক টুৰিষ্ট বিষয়া শ্ৰীমিশ্ৰও উপস্থিত আছিল।

ৰাতি আমাৰ থকাৰ সকলো সুবিধা হ'ল। বদ্রিনাথৰ পথত ক'ত কেনেকৈ থকাৰ সুবিধা হব তাৰো আঁচনি শ্ৰীমিশ্ৰ আৰু শ্ৰীভাৰ্গৱ দুয়ো মিলি সেই ৰাতিয়ে লিখি টাইপ কৰি দিলে। তেওঁলোকে আমাক বাটত ধৰ্মশালাত না থাকি পি, ডব্লিউ, ডিৰ বিশ্ৰাম গৃহ বিলাকত থাকিবলৈ কলে। এই বিশ্ৰাম গৃহ বিলাকৰ কৰ্ত্তৃপক্ষলৈ আৰু শ্ৰীশ্ৰীবদ্রিনাথ মন্দিৰৰ তত্বাবধায়কলৈকেও আমাক থকা মেলাৰ সুবিধা দিবলৈ তেওঁলোকে কেইবাখনো চিঠি লিখি দিলে। লগতে বাটত থকা শাখা টুৰিষ্ট অফিচৰ কৰ্মচাৰী সকললৈকেও একোখন চিঠি দিলে।

এই সকলোবিলাক কাম তেওঁলোকে ৰাতিয়ে সমাধা কৰি আমাৰ পৰা বিদায় ললে আৰু পিছদিনা পুৱা চাৰে পাচ বজাত আহিব বুলি কৈ গল।

এইখিনিতে শ্রীমিশ্রৰ কথা অলপ নকৈ নোৱাৰিলো। এই উৎসাহী ডেকা লৰা জনক বৰ ভাল লাগিল। তেওঁ বেনাৰচ বিশ্ববিদ্যালয়ৰ এজন কৃতী ছাত্র। বিশ্ববিদ্যালয়ৰ প্রতিনিধি হিচাবে এবাৰ ৰুচিয়ালৈও গৈছিল। দুবছৰ মান আগতে এম, এ পাছ কৰি ৰিজিয়নেল টুৰিষ্ট বিষয়া হৈ কামত সোমাইছে। তেওঁ বৰ কৰ্ত্তব্যপৰায়ণ আৰু বিনয়ী মানুহ।

আমাক ৰাতি থাকিবলৈ কেনেল বিশ্রাম গৃহটোৰ অলপ বৰ্ননা দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ। বঙলাটোৰ একালে গঙ্গা প্রবাহিতা। আন ফালে সেই গঙ্গাৰ পানী সৰু নৈ এখনৰ দৰে জলসিঞ্চনৰ বাবে খন্দা খাল এটাৰে বৈ গৈছে। বঙলালৈ যাবলৈ গঙ্গাৰ ওপৰত সজা দলং এখন পাৰ হৈ যাব লাগে। ঘৰটোৰ দুই ফালে নৈ আৰু সমুখত ধুনীয়া ফুলনি। নৈৰ শীতল বতাহে জহকালিও ঘৰটো শীতল কৰি থয়। বতাহ দিলে নৈৰ ওপৰৰ পৰা পানীৰ কনিকা বোৰ এনেকৈ ছিটিকি আহে যে বৰষুণ পৰাৰ দৰে লাগে। ঘৰৰ ভিতৰ খনো অতি সুন্দৰ আৰু সুসজ্জিত।



১ আগষ্ট। দোকমোকালি পুৱাতে দুৱাৰত টুকুৰিয়া শব্দত উচপ্ খাই সাৰ পালোঁ। বাহিৰত বৰষুণ আৰু ভিতৰত এন্ধাৰৰ বাবে কিমান বেলি হৈছিল গম পাবলৈ টান। তেতিয়া পুৱা ৫-৩০ বাজিছে। আমি তেতিয়াও উঠা নাই দেখি শ্ৰীভাৰ্গব অলপ উদ্বিগ্ন হ'ল। আমিও অতি খৰ ধৰ কৰি হাত মুখ ধুই, কাপোৰ পিন্ধি, বিচনা পত্ৰ বান্ধি কেইমিনিট মানৰ ভিতৰতে যাবলৈ সাজু হলোঁ। আমাৰ অৱস্থা দেখি বোধহয় করুণা পৰৱশ হৈ শ্ৰীভাৰ্গবে আমাক দুকাপ চাহ খাবলৈ সময় দিলে। বাহিৰত বৰষুণ আছেই। এনেদৰে ধাৰাষাৰ বৰষুণ হৈ থাকিলে মাজ বাটৰ পৰাই উভতি আহিব লগা হব পাৰে বুলি মনটো সেমেকি উঠিছিল। অৱশ্তে শ্ৰীমিশ্ৰই আমাক সান্ত্বনা দিবলৈ হবলা কলে যে যাত্ৰাৰ আৰম্ভনিতে বৰষুণ হোৱা শুভলক্ষণ। আমিও তাকে হবলৈ কামনা কৰি হাতত ছাটি, পানীকোট আদি লৈ গাড়ীত উঠিলোঁ। হৃষীকেশ পাওঁতে আমাৰ ৭-৩০ মান বাজিল।

হৃষীকেশত নানান ধৰণৰ যাত্ৰী লগ পাওঁ। ইয়াৰ পৰাই কেদাৰ-বদ্ৰীৰ প্ৰকৃত যাত্ৰাৰ আৰম্ভনি বুলিব পাৰি। আগ-দিনাই আমাৰ কাৰণে বাচৰ ঠাই শ্ৰীভাৰ্গবে কোনযোগে যোগাৰ কৰি ৰখাই ইয়াত বাচত ঠাইৰ অভাৱ নহল। নহলে

হৃষীকেশত যাত্ৰীৰ যি সমাবেশ দেখিলোঁ, আমাৰ পক্ষে টিকট পোৱা টান হলহেতেন। আমাৰ লগত হৃষীকেশলৈ শ্ৰীমিশ্ৰ আৰু ভাৰ্গৱ দুয়ো আহিছিল। তেওঁলোকে ওৰেবাট নানান ধৰণৰ কথা-বতৰা কৈ মনত বৰ আনন্দ আৰু উৎসাহ দি গৈছিল। শ্ৰীমিশ্ৰই অলপ দিন আগতে বদ্ৰিনাথৰ পৰা উভতি নহা হলে আমাৰ সঙ্গী হলহেঁতেন বুলিও কলে। তেওঁ আমাক বাটত গৰম নকৰা পানী নাখাবলৈ বাৰে বাৰে সাৱধান কৰি দিলে। আহাৰ সম্বন্ধেও সাৱধান হবলৈ উপদেশ দিলে।

হৃষীকেশত আমি এঘণ্টা মান বলোঁ। ইয়াৰ পিছত দহ খান মান যাত্ৰীপূৰ্ণ বাচ বদ্ৰিনাথলৈ বুলি যাত্ৰা কৰিলে। ইয়াতে শ্ৰীমিশ্ৰ আৰু ভাৰ্গৱৰ সঙ্গ এৰিলোঁ। যাত্ৰাৰ পূৰ্বে স্বাস্থ্য বিভাগৰ স্থানীয় বিষয়াই সকলো যাত্ৰীৰে বেজী লোৱাৰ প্ৰমাণ পত্ৰ পৰীক্ষা কৰিলে। প্ৰমাণ পত্ৰ দেখুৱাব নোৱাৰা সকলক তাতেই বেজী দিয়ালে। দুই চাৰি যাত্ৰীক দেখিলোঁ—লুকাই সাৰিব খুজিছিল—কিন্তু নোৱাৰিলে। বেজী লোৱাৰ দুৰ্দশাৰ পৰা তেওঁলোক কেৱে নিস্তাৰ নাপালে। হয় বেজী লব লাগিব, নহলে যাত্ৰা বন্ধ কৰি ঘৰলৈ উভতি যাব লাগিব, উত্তৰ প্ৰদেশ স্বাস্থ্য বিভাগৰ কড়া নিৰ্দেশ!

যাত্ৰী সকলে বাচত উঠি "জয় শ্ৰীবদ্ৰিনাথ বাবাকী জয়; জয় বদ্ৰিবিশালকী জয়" আদি ধ্বনিৰে বাচ মুখৰিত কৰি তুলিলে। এই ধ্বনিয়ে সকলো যাত্ৰীৰ মনত উৎসাহ আৰু প্ৰেৰণা দিছিল।

হৃষীকেষৰ পৰা লক্ষ্মণঝুলা আঠ মাইল। বাচ ইয়াত এঘণ্টা মান ৰ'ল। আমাৰ আজিৰ গন্তব্য স্থানৰ নাম শ্ৰীনগৰ। এইখন কাশ্মীৰ উপত্যকাৰ শ্ৰীনগৰ নহয়। হৃষীকেশৰ পৰা শ্ৰীনগৰৰ দূৰত্ব ৬৭ মাইল। মোৰ বিশ্বাস কাশ্মীৰৰ শ্ৰীনগৰ দেখা সকলেও এই শ্ৰীনগৰৰ সৌন্দৰ্য্যত মুগ্ধ নহৈ নোৱাৰে। এইখন শ্ৰীনগৰ এসময়ত স্বাধীন পাৰ্বত্য ঘাবোৱাল ৰাজ্যৰ ৰাজধানী আছিল।

এখন গাড়ী যাব পাৰা ঠেক পিচ ঢালা ৰাস্তা। ৰাস্তাৰ এফালে সুউচ্চ হিমালয়ৰ পাদদেশ, আনফালে যুগ যুগান্তৰ ধৰি বৈ যোৱা পৱিত্ৰ ভগীৰথী নৈ। সেউজীয়া পৰ্বত আৰু ভগীৰথীৰ কলোচ্ছ্বাসৰ মাজেৰে যোৱা ঠেক একা বেঁকা বাটেৰে যাত্ৰীপূৰ্ণ বাচবোৰ আগবাঢ়ি গৈ আছে। বদ্ৰিনাথ দৰ্শনৰ আকাঙ্ক্ষা আৰু হিমালয়ৰ মনোৰোম দৃশ্যই সকলোৰ মন আপ্লুত কৰি তুলিছে। আপোন পাহৰি সকলোৱে বাবা বদ্ৰিনাথৰ জয় দি গৈছে।

শ্ৰীনগৰৰ বাটত প্ৰথম উল্লেখযোগ্য তীৰ্থ স্থান হৃষীকেশৰ পৰা আঠ মাইল দূৰত অৱস্থিত লক্ষ্মণঝুলা। ইয়াতে গঙ্গাৰ ওপৰত থকা ওলোমোৱা দলং (Suspension Bridge) খনেই কেদাৰ-বদ্ৰীৰ পথৰ আটাইতকৈ দীঘল দলং। কেদাৰ-বদ্ৰীৰ পথত পোৱা সকলোবোৰেই ওলোমোৱা দলং। কাৰণ পাহাৰৰ পৰা তীব্ৰ গতিত বাগৰি অহা নৈ বিলাকৰ ওপৰত খুটা বহুৱাই দলং সজা অসম্ভৱ। লক্ষ্মণঝুলাৰ প্ৰাকৃতিক দৃশ্য অতি মনোমোহা। কিন্তু মটৰৰ ৰাস্তাৰ পৰা মন্দিৰলৈ আৰু

গঙ্গাৰ পাৰলৈ নামি যোৱা বাটৰ দুয়ো কাষে ভৰি থকা শ শ কুষ্ঠ ৰোগী, অন্ধ, খঞ্জ আৰু নানান ধৰণৰ মগনীয়াৰ ইমান সমাবেশ আন তীৰ্থ স্থানৰ লগত তুলনা নহয় বুলিয়ে বিশ্বাস।

মটৰৰ ৰাস্তা হোৱাৰ পূৰ্বে কেদাৰ-বদ্ৰী যাত্ৰী সকলে গঙ্গাৰ ওপৰৰ এই দলং পাৰ হৈ লক্ষ্মণঝুলাৰ পৰাই পদব্ৰজে যাত্ৰা আৰম্ভ কৰিছিল। এতিয়াও বহুতো সাধু, সন্ন্যাসী আৰু যাত্ৰী এই ৰাস্তাৰে খোজকাঢ়ি যায়।

লক্ষ্মণঝুলাত বাচ যোৱা সময়তে আমাক অসমৰ বাবে নিৰ্দ্দিষ্ট ৰখা পাণ্ডাই লগ পালে। সেই পাণ্ডাৰ মুখত শুনিলো যে বদ্ৰিনাথলৈ যোৱা অসমীয়া যাত্ৰীৰ সংখ্যা আঙ্গুলী মূৰত লেখিব পাৰি। আমাৰ অৱশ্যে পাণ্ডা লোৱা নহল।

অলপ সময় পিছত বাচ চলিবলৈ আৰম্ভ কৰিলে। আমি উঠা বাচ খনৰ সৰহভাগ যাত্ৰীয়ে ৰাজস্থানৰ আছিল। তিৰোতা যাত্ৰী সকলে মিহি কোমল সুৰত ৰাজস্থানী লোকসংগীত আৰু ধৰ্মগীত গাই গৈছিল। কিন্তু লাহে লাহে তেওঁলোকৰ মুখৰতা কমি আহিল। কাৰণ ক্ৰমে ক্ৰমে বহুতো যাত্ৰীয়ে একা বেঁকা পাহাৰী ৰাস্তাৰ কাৰণে অসুস্থতা বোধ কৰিবলৈ আৰম্ভ কৰিলে। ইয়াতে চকুত পৰিল যে একেবাৰে আগত যোৱা বাচ খনত এখন ৰঙা পতাকা আৰু একেবাৰে শেষৰ বাচখনত এখন কলপতীয়া ৰঙৰ পতাকা লগোৱা আছে। খনৰ লৈ জানিলোঁ যে ৰঙা পতাকা থকা বাচ খন দেখিলে বুজা যায় যে পিছত আৰু বাচ আছে। সেউজীয়া পতাকাই

নিৰ্দ্দেশ দিয়ে সেইখনেই শেষ বাচ! বাটত যাতে কোনো দুৰ্ঘটনা নঘটে সেইবাবে এই সতৰ্ক ব্যৱস্থা লোৱা হৈছে। শেষত থকা বাচখন কেতিয়াও আনবোৰতকৈ আগ নাবাঢ়ে। প্ৰথমৰ বাচখনকো পিছ পেলাই থৈ আগবাঢ়িবলৈ কোনোৱে চেষ্টা নকৰে।

দুপৰীয়া এক মান বজাত দেৱপ্ৰয়াগ নামৰ ঠাই পালোঁগৈ। দেৱপ্ৰয়াগ লক্ষ্মণঝুলাৰ পৰা ৪২ মাইল দূৰ।

দুখন বা ততোধিক নৈ যত সংলগ্ন হয় সাধাৰণতে সেই ঠাইক প্ৰয়াগ বোলা হয়। হিন্দুসকলৰ মতে এই প্ৰয়াগ বা সংগম স্থল বিলাক পৱিত্ৰ স্থান।

ঘাৰোৱাল জিলাত এনেকুৱা পাঁচ খন ডাঙৰ প্ৰয়াগ আছে। তাৰে এখন দেৱপ্ৰয়াগ। বাকী কেইখনৰ নাম ৰুদ্ৰপ্ৰয়াগ, বিষ্ণুপ্ৰয়াগ, কেশৱ প্ৰয়াগ আৰু নন্দ প্ৰয়াগ। দেৱপ্ৰয়াগত অলকানন্দা আৰু ভগীৰথী নৈ সম্মিলিত হৈ গঙ্গা নাম লৈ উদ্দাম গতিৰে ভৈয়ামলৈ নামি গৈছে। আমাৰ ধাৰণা আছিল যে অলকানন্দা আৰু মন্দাকিনী নামৰ প্ৰকৃত কোনো নৈ নাই। এই দুখন নৈ মানুহৰ কল্পনাৰ সৃষ্টি বুলি ভাবিছিলোঁ। কিন্তু ইয়ালৈ আহি বুজিলোঁ যে অলকানন্দা আৰু মন্দাকিনী দুইখনেই গঙ্গাৰ দুটা বিভিন্ন নাম। অলকানন্দাৰ লগত মিলিত হোৱা প্ৰত্যেকখন উপনৈকে ইয়াত গঙ্গা বুলি কোৱা হয়। যথা, গৰুড় গঙ্গা, পাতাল গঙ্গা, বিষ্ণু গঙ্গা আদি। অলকানন্দাকে ঘাই গঙ্গা বুলিব পাৰি। এই অলকানন্দাৰ পাৰে পাৰে বদ্ৰি-নাথলৈ গলেহে গঙ্গাৰ শক্তি আৰু মাহাত্ম্যৰ বিষয়ে উপলব্ধি

কৰিব পাৰি। তেতিয়া বুজিব পাৰি গঙ্গাৰ নামত ভাৰতবৰ্ষই কিয় মূৰ দোৱায়, কিয় গঙ্গাই ভাৰতীয় সাহিত্য, ধৰ্ম আদিত উচ্চতম স্থান লাভ কৰিবলৈ সমৰ্থ হৈছে।

দেৱপ্ৰয়াগ সৰু চহৰ। শ্ৰীৰামচন্দ্ৰই ৰাৱণ বধৰ প্ৰায়শ্চিত্তৰ বাবে ইয়াতে তপস্যা কৰিছিল বুলি কোৱা হয়। ইয়াত শ্ৰীৰামচন্দ্ৰৰ মন্দিৰ আছে।

ৰাতি পুৱাতে হৰিদ্বাৰত খোৱা চাহ একাপৰ বাহিৰে তেতিয়ালৈকে আমাৰ পেটত একো নাছিল। সেয়ে দেৱ-প্ৰয়াগত বাচ কিছু সময় ৰব বুলি জানি আমি খোৱা বস্তুৰ অনুসন্ধানত বাচৰ পৰা নামি গলোঁ। বাচ ৰোৱা ঠাইৰ ওচৰতে কেইখনমান সৰু সৰু দোকানত ভাত, আটাৰ ৰুটী, তৰকাৰী আদি বেচা দেখিলোঁ। কিন্তু খোৱা বস্তুবিলাকৰ ওপৰত অবাধে পৰি থকা মাখিৰ জাক ৰোৰ দেখি আমাৰ খোৱাৰ স্পৃহা নাইকিয়া হল। ওচৰৰে আন দোকানৰ পৰা নাচপতি, কল আদি ফল কিনি খালোঁ। বাটত খাবলৈ লগত কিছু ফল ললোঁ। ৰাস্তাৰ অলপ ওচৰত থকা চাহৰ দোকান এখনৰ পৰা মোৰ স্বামীয়ে চাহ আনিবলৈ গ'ল। তেওঁ আহি নৌ পাওঁতেই বাচ এবাৰ ঘণ্টা বজালে। আমাৰ লগত নিয়া গিলাচ এটাত এগিলাচ চাহ লৈ লৰালৰি কৰি তেওঁ বাচত উঠিল। চলন্ত বাচৰ ভিতৰতে আমি বৰ তৃপ্তিৰে গৰম চাহ আৰু কল খালোঁ। দেৱপ্ৰয়াগত মাখিৰ অত্যা-চাৰত বৰ নোৱাৰি মাখি খেদিবলৈ এখন বিচনী কিনিলোঁ। এই ৰোৰ ঠাই বৰ গৰম আৰু তাত অতিপাত মাখি।

দুইমান বজাত দেৱপ্ৰয়াগ এৰিলো। বাস্তা ক্ৰমে ঠেক হৈ আহিবলৈ ধৰিলে। পাহাৰৰ তলেৰে বৈ যোৱা খৰস্ৰোতা অলকানন্দাৰ তীব্ৰ হোঁহোৱনি শব্দই কানত তাল মাৰি ধৰে। কথা কবলৈ চিঞৰিব লাগে। যাত্ৰী সকল ক্লান্ত হৈ পৰিল। মাজে মাজে দুই এবাৰ "জয় বদ্রিনাথজী কী "জয়" আদি ধ্বনিৰ বাহিৰে সকলো নিতাল মাৰি গৈছে।

শ্ৰীনগৰ বাচষ্টেচন পাওঁতে আবেলি ৫ মান বাজিল। বাচ ষ্টেচন পায়েই প্ৰথমে পিচদিনাখনৰ যাত্ৰাৰ বাবে বাচৰ খবৰ ললোঁ। পুৱা আঠমান বজাতহে প্ৰথম বাচ কেইখন যাব বুলি শুনিলোঁ। আমিও সেই বাচতে যাবলৈ স্থিৰ কৰি তেতিয়াই দুটা টিকট কিনি ললোঁ। ইয়াৰ পাছত শ্ৰীমিশ্ৰৰ নিৰ্দ্দেশ মতে টুৰিষ্ট ব্যুৰোৰ অফিচ আৰু পি, ডব্লিউ, ডিৰ বঙলা বিচাৰি গলো। বাচ ষ্টেচনৰ পৰা মানুহ এটাক মাল বস্তু দি বাটত মানুহক সুধি সুধি টুৰিষ্ট ব্যুৰোৰ অফিচ উলিয়ালোঁ। তাতে কৰ্মচাৰী এজনক শ্ৰীমিশ্ৰই দিয়া চিঠিখন দিলোঁ। তেওঁ চিঠি পাই বৰ আদৰেৰে আমাৰ থকা খোৱাৰ ব্যৱস্থা কৰিলে। তেওঁ আমাক বৰ ওখ টিলা এটাৰ ওপৰত অৱস্থিত পি. ডব্লিউ, ডিৰ বঙলালৈ লৈ গল। টিলাৰ ওপৰলৈ উঠোতে বৰ ভাগৰ আৰু গৰম লাগিছিল। কিন্তু গৈ পাই ঘৰটো দেখি বৰ ভাল লাগিল। নতুনকৈ সজোৱা সুন্দৰ ঘৰ। পানীআদিৰ সুব্যৱস্থা আছে। বঙলাটোৰ চাৰিওফালে ধুনীয়া ফুলনি আৰু সেউজীয়া ঘাঁহনি। কেইজোপামান আম আৰু নেমুটেঙাৰ গছও আছে। আমি নেমুৰ গছৰ

পৰা টেঙা চিঙি লৈ গৰম পানীৰে চেপি খালোঁ। টেঙা চিঙিব ধৰোঁতেই বঙলাৰ চকীদাৰজনে লৰি আহি কলে যে এয়া বনৰীয়া বেয়া টেঙা, খাবলৈ বেয়া। চকীদাৰে আমাক বজাৰত ইয়াতকৈ ভাল টেঙা পোৱা যাব বুলি বুজাবলৈও চেষ্টাৰ ত্ৰুটি নকৰিলে। আমি অৱশ্যে চকীদাৰৰ উপদেশলৈ বেচি কান নিদিলোঁ। ইয়াত অপৰ্য্যাপ্ত ভাবে হাবিয়ে বনে এনেয়ে হোৱা এই ঘূৰনীয়া সুগন্ধি নেমুটেঙা আমাৰ তাত বৰ আপুৰুগীয়া বস্তু। এনেয়ে হোৱা বাবে বোধহয় এইবোৰ ঠাইত এই টেঙাৰ সমাদৰ নাই।

ইয়াৰ টুৰিষ্ট ব্যুৰোৰ কৰ্মচাৰী জন ১৮।২০ বছৰীয়া লৰা মানুহ। দুবছৰ আগতে ইন্টাৰমিডিয়েট পাছকৰি কামত সোমাইছে। এওঁৰ নামটো পাহৰিলো। কিন্তু এই ডেকা-লৰাজনৰ সুব্যৱহাৰ আৰু সৌহাৰ্দ্দৰ কথা সদায় মনত থাকিব।

শ্ৰীনগৰৰ বঙলাৰ সমুখত ঠিয় হলে অলকানন্দা উপত্যকাৰ এটা দিগন্ত বিস্তৃত দৃশ্যই মন আপ্লুত কৰি তোলে। অলকানন্দা ইয়াত বহল আৰু স্ৰোতবতী। নৈৰ সিপাৰে বিখ্যাত কিকি-লেশ্বৰ মহাদেৱৰ মন্দিৰ চকুত পৰে। বাৰিষা নৈ পাৰ হৈ সিপাৰে যোৱা বিপদজনক। টিলাৰ ওপৰৰ পৰা দেখা অলকানন্দা উপত্যকাৰ অপূৰ্ব সৌন্দৰ্য্য সদায় স্মৰণীয় হৈ ৰব।

বঙলাৰ পৰা দুমাইল মান আঁতৰত কমলেশ্বৰ মহাদেৱৰ বিখ্যাত মন্দিৰ কিংবদন্তি মতে শ্ৰীৰামচন্দ্ৰই ৰাৱণৰ লগত যুদ্ধ কৰাৰ আগতে ইয়াতে এহেজাৰ পদুম ফুলৰ অৰ্ঘ্য দি

মহাদেৱক পূজা কৰিছিল। পূজাৰ সময়ত মহাদেৱে শ্ৰীৰাম-চন্দ্ৰৰ ভক্তি পৰীক্ষা কৰিবলৈ এটা পদুম ফুল মনে মনে লৈ যায়। আহুতি দিয়াৰ সময়ত ফুল এটা কম দেখি শ্ৰীৰামচন্দ্ৰই তেওঁৰ নিজৰ পদুম্ সদৃশ চকু এটাৰে সেই ক্ষতি পূৰণ কৰিবলৈ মনস্থ কৰি হাতত ধনুশৰ তুলি ল'লে। তেতিয়াই মহাদেৱে শ্ৰীৰামচন্দ্ৰৰ আগত আৱিৰ্ভাৱ হৈ তেওঁক বৰদান কৰে। তেতি-য়াৰে পৰা এই মন্দিৰ কমলেশ্বৰ মহাদেৱৰ মন্দিৰ বুলি জনাজাত।

মই বহুত দিন আগে এখন ভ্ৰমণ কাহিনীত এই মন্দিৰৰ কথা পঢ়িছিলোঁ। এতিয়া মোৰ স্বামীৰ লগত মন্দিৰৰ নামৰ সাদৃশ্য দেখি চাবলৈ বৰ আগ্ৰহ হ'ল। সেয়েহে ভাগৰলগা সত্বেও গা পা ধুই উঠি মন্দিৰ বুলি খোজ ললোঁ। হাবি আৰু সৰু সৰু গাওঁ দুখনমানৰ মাজেৰে ঠেক লুংলুঙীয়া বাট এটাৰে এঘণ্টা মান খোজকাঢ়ি গৈ মন্দিৰ পালোঁ। ইয়াত ডাঙৰ শিৱলিঙ্গ এটা আছে। পূজাৰী এজনে আমাক ফুল নিৰ্মালি দিলে। মন্দিৰৰ ওচৰতে পূজাৰী লৰা-তিৰোতা লৈ থাকে।

মন্দিৰৰ পৰা উভতি আহোঁতে ৰাতি হ'ল। দিনটো প্ৰায় একোকে খোৱা নাছিলোঁ। বৰ ভোক লাগিছিল। টুৰিষ্ট ব্যুৰোৰ লৰাজনে ঠিক কৰি খোৱা দোকান এখনত গৰম আটাৰ কটী (ইয়াত ফুল্‌কা বুলি কয়) আৰু আলুৰ তৰকাৰীত নেমুটেঙা চেপি লৈ খাই বৰ তৃপ্তি পালোঁ। লৰাজনকো খাবলৈ কলোঁ। তেওঁ অৱশ্যে কটী নাখাই ভাত হে খালে। এই

দোকান খনত খোৱা-বোৱা বেছ পৰিষ্কাৰ যেন লাগিল। হয়তো লৰাজনে আগতে কৈ খোৱা বাবে পৰিষ্কাৰ কৰি দিছিল।

খাই বৈ উঠি বঙলালৈ গৈ দেখোঁ যে উত্তৰ প্ৰদেশৰ গড়কাপ্তানী বিভাগৰ এক্সিকিউটিভ ইঞ্জিনীয়াৰ এজন আহিছে। তেওঁ আমাক বাটৰ আন আন বঙলা বোৰত থাকিবলৈ ব্যৱস্থা কৰি চিঠি দিলে।

ৰাতি ক্লান্ত শৰীৰ আৰু প্ৰশান্ত মন লৈ স্বামীয়ে সৈতে বহুত সময়লৈ বাহিৰত বহি আছিলোঁ। টিলাৰ তলেৰে বৈ যোৱা পৱিত্ৰ অলকনন্দা নৈৰ সিপাৰে আন্ধাৰত ঠিয় হৈ থকা ক'লা পৰ্বতৰ শাৰী আৰু সেই আন্ধাৰ ভেদ কৰি অহা কিকিলেশ্বৰ মন্দিৰৰ চাকিৰ পোহৰ। টিলাৰ পাদদেশত চাকিৰ পোহৰত সজীৱ হৈ থকা ধৰ্মশালা বোৰত পৱিত্ৰ কেদাৰ-বদ্ৰী যাত্ৰী সকলৰ কোলাহল। ওখ টিলাটোৰ ওপৰত আমি দুজন নগণ্য মানুহ। এই মুহূৰ্ত্তত এনে ভাৱ হৈছিল যেন আমাৰ কোনো অস্তিত্ব নাই। যুগ যুগান্তৰৰ পৰা প্ৰৱাহমান লক্ষ লক্ষ যাত্ৰীৰে আমি দুইও এক ক্ষুদ্ৰতম অংশ। ইয়াতে যদি আমি হেৰাই যাওঁ আমাৰ কথা ভাবিবৰ কাৰো অৱশৰ নহব, থমকি ৰবৰ সময় নহব। কোটি কোটি বৰষুণৰ টোপাল সাগৰৰ পানীৰে সৈতে লীন হৈ যোৱাৰ দৰেই আমিও অনন্তৰ মাজত লীন হৈ যাম। কোনেও নাজানিব, জনাৰ প্ৰয়োজনো নহব।

শৰীৰ ক্লান্তিয়ে বাৰে বাৰে সোঁৱৰাই দিয়াত আমি সেই শুদ্ধ ক'লা আন্ধাৰৰ আবাস্তৱ সৌন্দৰ্যৰ মোহ ত্যাগ কৰি

শুবলৈ গলোঁ। বঙলাৰ চকীদাৰক মাতি পিছদিনা পুৱা আমাক সোনকালে জগাই চাহ দিবলৈ কলোঁ।

শ্ৰীনগৰত বহুতো ধৰ্মশালা আছে যদিও যাত্ৰীৰ অনুপাতে কম। বহুত যাত্ৰীয়ে গছৰ তলতে ৰন্ধা-বঢ়া আৰু শোৱাৰ ব্যৱস্থা কৰি লৈছে।

ইয়াতে আমি বদ্রিনাথ দৰ্শন কৰি অহা আৰু তালৈ যাবলৈ ওলোৱা নানান ধৰণৰ যাত্ৰীৰ এটা বিৰাট সমাবেশ দেখিলোঁ। ভাৰতবৰ্ষৰ প্ৰকৃত ৰূপ যেন ইয়াতেই প্ৰকাশ পালে।



তিনি

২ আগষ্ট, ৰবিবাৰ। পুৱাই উঠি গা ধুই চাহ খাই বিচনাপত্ৰ সামৰি বাচ ষ্টেচনলৈ ওলালোঁ। আমাৰ আজিৰ গন্তব্য স্থানৰ নাম পিপলকোটী। এই ঠাই শ্ৰীনগৰৰ পৰা প্ৰায় ৭০ মাইল দূৰত। বাচ ষ্টেচন পাই শুনিলোঁ যে বৰষুণৰ বাবে ৰাস্তা কেইবা-ঠাইতো বেয়া হৈছে। আজি বাচ যাব পাৰে নে নোৱাৰে একো ঠিক নাই। আমি ওচৰৰে দোকান এখনতে বহিলোঁ। ইয়াতো বৰ মাখি। চাৰিওকালে থকা আম বিলাকো বোধকৰোঁ মাখি বেছি হোৱাৰ আন এটা কাৰণ। এনেকৈ অনিশ্চিত

ভাৱে দুঘণ্টা মান ৰোৱাৰ পিছত বাচ যাব পাৰিব বুলি শুনি বৰ ভাল লাগিল। অৱশ্যে এইটোও শুনিলো যে কিমান দূৰলৈ যাব পাৰিব তাৰ নিশ্চয়তা নাই। হয়তো আজি আমি আমাৰ গন্তব্য স্থান পিপলকোটী.নাপাবও পাৰোঁ! তথাপিও বাচ যাবলৈ ওলোৱাত সকলো যাত্ৰীয়ে মনৰ আনন্দত "জয় বদ্রিবিশাল কী জয়" দি উঠিল।

পুনৰ অলকনন্দাৰ পাৰে পাৰে সৰ্পিল গতিত পাহাৰী ৰাস্তাৰে আমাৰ যাত্ৰা আৰম্ভ হল। কেবা ঠাইতো ওলো-মোৱা দলঙেৰে অলকনন্দা পাৰ হব লাগে। ঠায়ে ঠায়ে ৰাস্তাৰ একালে সুউচ্চ পাহাৰ আৰু আনকালে অতলস্পৰ্শী খৰস্রোতা অলকনন্দা। এইবোৰ ঠাইত ৰাস্তা বৰ ঠেক। কানো ৰকমে বাচ খন যাব পাৰে মাথোন। তললৈ নৈৰ ফালে চকু পৰিলে বুকু কঁপি উঠে, বাচৰ চকা অকণমানো ইফাল সিফাল হলে সকলো যাত্ৰীৰে সলিল সমাধি নিশ্চিত। এনেকুৱা দুৰ্ঘটনা নোহোৱাও নহয়। আমি ড্ৰাইভাৰৰ ওচৰতে বহিছিলোঁ। তেওঁ নানান কথা কৈ গৈছিল। তেওঁৰ মুখতে শুনিলোঁ যে ইয়াত আগৰ বছৰ হেনো ৩৫ জন যাত্ৰীকে সৈতে বাচ এখন অলকনন্দাৰ বুকুত নিশ্চিহ্ন হৈ গৈছে। এই কথা শুনি মই ড্ৰাইভাৰজনক কথা নকবলৈ আৰু মনোযোগেৰে গাড়ী চলাবলৈ অনুৰোধ জনালোঁ। তেওঁ অৱশ্যে মোৰ কথালৈ মন দিয়া নাছিল।

কোনো কোনো ঠাইত প্ৰবল বেগেৰে পাহাৰৰ ওপৰৰ পঁৰা পানীৰ ধল নামি আহি ৰাস্তাৰ ওপৰেৰে নৈৰ ফালে

বাগৰি গৈছে। পাহাৰৰ কালে চালে এইবোৰ একোটা ডাঙৰ জলপ্ৰপাত যেন লাগে। পানীৰ সোঁতে ৰাস্তাৰ দাঁতি ক্ৰমান্বয়ে খহাঁই ৰাস্তা আৰু ঠেক আৰু ভয়াবহ কৰি তুলিছে। এনেকুৱা ঠাইৰ ওপৰেৰে বাচ যাওঁতে প্ৰত্যেক যাত্ৰীৰে প্ৰাণৰ আশংকা হয়। কিছুদিন একে লেঠাৰিয়ে বৰষুণ হোৱা বাবেই এনেকুৱা অৱস্থাৰ সৃষ্টি হৈছে। আমিও বৰষুণৰ মাজেৰেই আগবাঢ়িছোঁ।

শ্ৰীনগৰৰ পৰা ২১ মাইল গৈ আমাৰ বাচ ৰুদ্ৰপ্ৰয়াগত ৰ'ল। ৰুদ্ৰপ্ৰয়াগ বিখ্যাত তীৰ্থস্থান। ইয়াত মন্দাকিনী নৈ অলকনন্দাৰ লগত মিলিত হৈছে। ইয়াত ৰুদ্ৰনাথ আৰু চামুণ্ডা দেৱীৰ দুটা মন্দিৰ আছে। পৌৰাণিক কাহিনীত পোৱা যায় যে ইয়াতেই নাৰদ মুনিয়ে সংগীত শাস্ত্ৰত পাৰদৰ্শিতা লাভ কৰিবলৈ ৰুদ্ৰদেৱৰ আৰাধনা কৰি সিদ্ধি লাভ কৰে। কেদাৰনাথলৈ যাব খোজা যাত্ৰী সকল এই ঠাইৰ পৰাই মন্দাকিনী নৈ পাৰ হৈ নৈৰ পাৰে পাৰে শ্ৰীকেদাৰনাথলৈ যাব লাগে। ৰুদ্ৰপ্ৰয়াগৰ পৰা শ্ৰীকেদাৰনাথৰ ৰাস্তাত ১০ মাইল দূৰত অৱস্থিত অগস্ত্য মুনি নামৰ ঠাইলৈ বাচ চলে। অগস্ত্য মুনিৰ পৰা কেদাৰ নাথ ৪১ মাইল। এইডোখৰ ৰাস্তা খোজকাঢ়ি বা ঘোঁৰাৰ পিঠিত বা দোলাৰ দৰে বাহনত যাব লাগে। মাল বস্তু কঢ়িয়াবলৈ মানুহ পোৱা যায়।

শ্ৰীকেদাৰ নাথত বিখ্যাত শিৱ মন্দিৰ আছে। কথিত আছে যে এই শিৱ মন্দিৰ পাণ্ডৱ সকলৰ দ্বাৰা নিৰ্মিত হৈছিল।

প্ৰবল ইচ্ছা থকা সত্বেও এইবাৰলৈ আমাৰ শ্ৰীকেদাৰনাথ দৰ্শন কৰা সম্ভৱ নহল। ভবিষ্যতে সুবিধা পালে পুনৰ অহাৰ আশা বৈ গল। আমাৰ লগৰ বহুতো যাত্ৰীয়ে ইয়াৰ পৰা শ্ৰীকেদাৰনাথ বুলি যাত্ৰা কৰি আমাৰ সংগ এৰিলে। প্ৰায় ৭০।৭৫ বছৰীয়া মহাৰাষ্ট্ৰীয় বৃদ্ধা এগৰাকীয়ে আমি কেদাৰনাথ দৰ্শন নকৰাকৈ বদ্ৰিনাথলৈ যাবলৈ ওলোৱা দেখি বৰ আচৰিত হল। তেখেতে কলে যে কেদাৰ দৰ্শন কৰিহে বদ্ৰিনাথলৈ যাব লাগে। আমি সময়ৰ অভাৱৰ কথা কৈ উত্তৰ দিলো যে আমাৰ যদি পুনৰ অহাৰ সৌভাগ্য হয় তেন্তে নিশ্চয় কেদাৰনাথ, যমুনোত্ৰী, গঙ্গোত্ৰী আদি তীৰ্থস্থান দৰ্শন কৰিম। তেখেত কিন্তু আমাৰ কথাত সন্তুষ্ট নহ'ল।

ৰুদ্ৰপ্ৰয়াগত বাচ অলপ সময় বৈ পুনৰ চলিবলৈ আৰম্ভ কৰিলে। বতৰ ডাৱৰীয়া। কেতিয়া ধুমুহা বৰষুণ আহে ঠিক নাই। সংকটময় পথ।

কৰ্ণপ্ৰয়াগ ৰুদ্ৰপ্ৰয়াগৰ পৰা প্ৰায় ২১ মাইল দূৰ। ইয়াতে শ্ৰীনগৰৰ পৰা পিপলকোটীলৈ যোৱা আৰু পিপলকোটীৰ পৰা শ্ৰীনগৰলৈ অহা দুইফালৰ বাচবিলাক ৰয়। এই ঠাই ডোখৰ গুৱাহাটী-ছিলং ৰাস্তাৰ মাজৰ নংপুৰ দৰে। কৰ্ণ-প্ৰয়াগত পিণ্ডৰ নৈ অলকনন্দাৰ সৈতে মিলিছে। ইয়াত উমা আৰু কৰ্ণৰ মন্দিৰ আছে। মহাবীৰ কৰ্ণই হেনো এই স্থানতে তেওঁৰ পিতৃদেৱ সূৰ্যদেৱতাৰ পূজা কৰিছিল। ইয়াত নাচপুতি, আপেল, কল, আম আদি ফল প্ৰচুৰ পৰিমাণে পোৱা য়।

আমি অহা বাচখনৰ কিবা যান্ত্ৰিক দোষ হোৱা বাবে কৰ্ণপ্ৰয়াগত আমি বাচ সলাবলগীয়া হল। সেইবাবে ইয়াত প্ৰায় দেৰ ঘণ্টা মান সময় ৰ'ব লগা হয়। এইখিনি সময় আমি ইফাল সিফাল কৰি থাকোঁতে গড়কাপ্তানী বিভাগৰ এচিষ্টেণ্ট ইঞ্জিনিয়াৰ এজনৰ ঘৰৰ চাইনবোৰ্ড এখন চকুত পৰিল। সময় কটাবৰ বাবে আমি তেওঁৰ ঘৰ ওলালেঁা। ঘৰটো ওখ টিলা এটাৰ ওপৰত। এচিষ্টেণ্ট ইঞ্জিনিয়াৰ গৰাকী সস্ত্ৰীক তাত থাকে। তেওঁ এলাহবাদৰ বাসিন্দা। ৰুৰ্কীৰ ইঞ্জিনিয়াৰিং কলেজৰ পৰা পাচ কৰা। আমি যোৱা ৰাস্তাৰ কিছু অংশৰ তত্ত্বাৱধানৰ ভাৰ তেওঁৰ ওপৰতে। তেওঁৰ পৰিবাৰ মধ্যপ্ৰদেশৰ। উচ্চ শিক্ষিতা মহিলা। আমাৰ ভূতপূৰ্ব মন্ত্ৰী মিচ মেভিচ ডানক তেওঁ ভালদৰে চিনি পায় বুলি কলে। তেওঁলোকৰ কৰ্ণপ্ৰয়াগত থকা ৩ বছৰ হল। আমি থকা সময়খিনি গিৰী-য়েক ঘৈণীয়েক দুয়ো এনেকুৱা ঠাইত লৰা-ছোৱালী লৈ বেছিদিন থকা যে কিমান অসুবিধা তাকে কলে। তেওঁ-লোকে আমাক বৰ যত্নেৰে ঘৰৰ তৈয়াৰী বস্তুৰে চাহ খুৱালে আৰু বাটত প্ৰয়োজন হব পাৰে বুলি কিবাকিবি দৰৱ অলপো দিলে। লৰা ছোৱালীৰে সৈতে এমাহমানৰ আগত তেওঁলোক বদ্রিনাথলৈ গৈছিল। অৱশ্যে এই ভৰ বাৰিষা আমি অহা উচিত নাছিল বুলিও মন্তব্য দিলে। তেওঁৰ পৰিবাৰৰ একাষাৰ কথাৰ সত্যতা ওৰে বাটটো উপলব্ধি কৰি গৈছিলো। তেওঁ কৈছিল "You will find that terrific river Alaknanda all the way" (গোটেই ৰাস্তা

আপোনালোকে ভয়ংকৰ অলকনন্দা পাই যাব ) খৰালিৰ কথা নাজানো, কিন্তু বাৰিষাৰ অলকনন্দা সঁচাকৈ বৰ ভয়াবহ। পাহাৰৰ পৰা শিলত ঠেকা খাই খাই তীব্ৰ গতিত নামি অহা অলকনন্দাৰ কাণ তাল মাৰি ধৰা শব্দই মনত ভীতি সঞ্চাৰ কৰে।

এইবাৰ আমি আন এখন বাচত উঠি যাত্ৰা আৰম্ভ কৰিলোঁ। কৰ্ণপ্ৰয়াগৰ পৰা ২০ মাইল দূৰত চামোলী নামৰ সৰু চহৰ এখনত বাচ আকৌ ৰ'ল। বদ্রিনাথত ব্যৱসায় কৰা লোকসকল জাৰ কালি নামি আহি চামোলীত থাকে।

চামোলীৰ পৰা ৯ মাইল গৈ আজিৰ গন্তব্য স্থান পিপলকোঠী পালোঁ। গৈ পাওঁতে প্ৰায় সন্ধ্যা লাগিল। বাচ ষ্টেচনৰ ওচৰতে পি ডব্লিউ-ডিৰ বঙলাত ৰাতি থকাৰ ব্যৱস্থা কৰি ললোঁ। বাচৰ ৰাস্তা ইয়াতেই শেষ। ইয়াৰ পৰা বদ্রিনাথ ৩৯ মাইল দূৰ। বাৰিষাৰ আগ ভাগত ইয়াৰ পৰা আৰু ১৮ মাইল আগত থকা যোশী মঠলৈ জিপ গাড়ী চলিব পৰা ৰাস্তা হৈছিল বুলি শুনিলোঁ। কিন্তু আমি অহা সময়ত পাহাৰৰ পৰা নামি অহা পানীৰ ধলে এই ৰাস্তাৰ বহু অংশৰ চিন চাব নোহোৱা কৰিলে। ইয়াতে বদ্রিনাথৰ পৰা উভতি অহা আৰু তালৈ যাবলৈ ওলোৱা বহুত যাত্ৰীক লগ পাওঁ। ইমান যাত্ৰী অহা যোৱা কৰা সত্ত্বেও পিপলকোঠীত ভাল ধৰ্মশালা বা খোৱা থকাৰ ভাল ব্যৱস্থা নাই। বেছি ভাগ যাত্ৰীয়ে মুকলি ঠাইত, গছৰ তলতে বন্ধা খোৱাৰ যোগাৰ কৰি লৈছে।

আমি পিপলকোটীৰ পৰা বদ্ৰিনাথলৈ ঘোঁৰাৰে যাম বুলি মনতে ভাবি আহিছিলোঁ। ইয়াত মজদুৰ ইউনিয়ন এটা আছে। এই ইউনিয়নেই ঘোঁৰা, মাল কঢ়িওৱা মানুহ বা আন বাহন (যেনে দাণ্ডি বা কাণ্ডি) আদিৰ ব্যৱস্থা কৰি দিয়ে। আমি ৰাতিয়ে ইউনিয়নৰ চেক্ৰেটাৰীক লগ ধৰি পিছ দিনা পুৱালৈ দুটা ঘোঁৰা আৰু মাল কঢ়িয়াবলৈ এজন মানুহৰ বন্দৱস্ত কৰিলোঁ। নকলেও হব যে ঘোঁৰাৰ লগত একোজন চহিচ থাকে। ইউনিয়নৰ পৰাই ঘোঁৰা আদিৰ ভাঁৰা ঠিক কৰি দিয়ে।

এই একে ঘোঁৰা আৰু মানুহেই আমি পিপলকোটীৰ পৰা বদ্ৰিনাথ আৰু বদ্ৰিনাথৰ পৰা পুনৰ পিপলকোটী পোৱালৈ আমাৰ লগতে থাকিব।

দিনটো বাচৰ থেকেচাত বৰ ভাগৰ লাগিছিল। ওচৰৰে দোকান এখনত যি পালো অলপ খাই বঙলাত বিশ্ৰাম লবলৈ গলোঁ। ক্লান্ত শৰীৰ মন লৈ ৰাতি আজি থাকিবলৈ ঠাই এটুকুৰা পোৱাৰ বাবে আমি উত্তৰ প্ৰদেশৰ গড়কাপ্তানী বিভাগৰ কৰ্তৃপক্ষৰ ওচৰত কৃতজ্ঞতা স্বীকাৰ নকৰি নোৱাৰোঁ।



৩ আগষ্ট, সোমবাৰ। দোকমোকালিতে উঠি গাধুই ওচৰৰে দোকান এখনত অলপ চাহ খাই আজিৰ যাত্ৰা আৰম্ভ কৰিলোঁ। কেই বছৰ মান আগেও হৃষীকেশৰ পৰা কেদাৰ-বা ত্ৰলৈ প্ৰায় ২৫০ মাইল ৰাস্তা যাত্ৰীয়ে পদব্ৰজে যাব লাগিছিল। পদযাত্ৰাৰ পথত যাত্ৰী সকলে যদিও বহুতো কষ্ট আৰু বিপদ বিঘিনিৰ সম্মুখীন হব লগা হৈছিল, তথাপিও মনোমোহা প্ৰাকৃতিক দৃশ্যাৱলীৰ মাজেৰে জগৎ বিখ্যাত হিমালয়ৰ ওপৰত অৱস্থিত এই মহাতীৰ্থলৈ যোৱাৰ আনন্দ আৰু প্ৰেৰণা বৰ্ত্তমানতকৈ নিশ্চয় বেছি আছিল।

উত্তৰ প্ৰদেশ চৰকাৰৰ অপৰিসীম যত্নৰ ফলত বৰ্ত্তমান বহু দূৰলৈ মটৰ চলিব পৰা ৰাস্তা হৈছে; আজিৰ তীৰ্থযাত্ৰীয়ে কম সময়তে আৰু কম কষ্ট আৰু বিপদৰ মাজেৰে বদ্ৰিনাথলৈ যাব পাৰে। কিন্তু সময় বাচিলেও আৰু পথৰ দুৰ্গমতা কমিলেও তীৰ্থযাত্ৰীৰ মনত আজি অসাধ্য সাধনৰ যি বিজয় আনন্দ, সুদূৰক পোৱাৰ যি প্ৰেৰণা তাৰ মৃত্যু হ'ল। তথাপিও গাড়ী নচলা শেষৰ ৩৯ মাইল বিপদসংকুল পথে এতিয়াও যাত্ৰীৰ মনত প্ৰেৰণা যোগাই আছে। * যিদিনা কেদাৰ-

---

* ১৯৬১ চনত আৰু ২০ মাইল, অৰ্থাৎ যোশীমঠলৈকে মটৰ যাব পৰা হৈছে। এতিয়া মাত্ৰ ১৯ মাইল পথহে খোজ কাঢ়ি বা আন যান-বাহনত যাব লগা হৈ আছে।

বদ্ৰিৰ যাত্ৰী সকলে মটৰ বা বাচৰ পৰা নামিয়েই মন্দিৰৰ ওচৰ পাবগৈ সিদিনা। যাত্ৰী সকলে অশেষ পিছত আজীৱনৰ আকাংখিত তীৰ্থস্থান পোৱাৰ এই পৰিতৃপ্তি আৰু আনন্দ পাব নে নাপায় সন্দেহ।

পিপলকোটী পোৱাৰ আগলৈকে আমি খোজকাঢ়ি যাব লগা এই ৩৯ মাইল ৰাস্তাৰ সঠিক খবৰ কাৰো পৰা পোৱা নাছিলোঁ।। কাৰণ বাৰিষাৰ সময়ত এইটুকুৰা ৰাস্তাৰ অৱস্থাৰ কথা আগতে কোনেও কব নোৱাৰে। বহুত সময়ত ওপৰৰ পৰা মাটি আৰু শিল বাগৰি পৰি কেইবাদিনলৈকে ৰাস্তা বন্ধ হৈ থাকে। মাজ পথত যাত্ৰী বৈ থাকিব লগীয়া হয় বা উভতি আহিব লগীয়া হয়।

আমি আগ ৰাতিয়ে বন্দবস্ত কৰি থোৱা ঘোঁৰা আৰু মাল নিবলৈ এটা মানুহ ৰাতিপুৱাই উপস্থিত হল। ইয়াতে দেখিলোঁ৷ কিছুমান মানুহে দোলাৰ নিচিনা চাৰিজন মানুহে কান্ধত লৈ যোৱা বাহনত উঠি গৈছে। লগত বৈ নিয়া মানুহৰ সলনি দিবলৈ আৰু চাৰিজন মানুহ। এই দোলা বোৰক দাণ্ডি বোলে। সাধাৰণতে এই বোৰত আৰ্থিক স্বচ্ছলতা থকা লোক হে যাব পাৰে। ইয়াতে আৰু এক ধৰণৰ বাহন দেখিলোঁ।। ইয়াক কাণ্ডি বোলা হয়। এই বোৰ দেখিবলৈ আমাৰ খান থোৱা ডুলি বা চাহ বাগিছাৰ চাহ পাত তোলা টুকুৰীৰ দৰে। এটা মাত্ৰ মানুহে ৰচিবে ইয়াক মূৰত বান্ধি পিঠিত ওলোমাই লৈ যায়। ইয়াত কোনোমতে এজন মানুহ কুচি মুচি বহি যাব পাৰে। বেছি শকট আৰট

আৰু গধুৰ মানুহৰ পক্ষে কাণ্ডিত যোৱা সম্ভৱ নহয়। আৰ্থিক স্বচ্ছলতা নথকা, বৃদ্ধ, ৰুগ্ন বা অথৰ্ব লোকহে এইদৰে কাণ্ডিত যায়। বহুতে আকৌ ঘোঁৰাত যায়। ইয়াৰ ঘোঁৰাবোৰ আকাৰত সৰু। থিয় পাহাৰ বগোৱাত কিন্তু পাকৈত। প্ৰত্যেক ঘোঁৰাৰ সৈতে একোজন চহিচ থাকে। ইয়াৰ বাহিৰে সৰহ ভাগ যাত্ৰীয়ে খোজ কাঢ়ি যায়। চাৰি পাঁচজন মানুহৰ সৰু দল হলে বৰ আনন্দেৰে খোজ কাঢ়ি যাব পৰা যায়। আমি অকলশৰীয়া দুজন মানুহ যোৱা বাবে, আৰু সময়ৰ নাটনি থকা কাৰণে ঘোঁৰাৰে যোৱাই ভাল হব বুলি বিবেচনা কৰিলোঁ।। কাৰণ ঘোঁৰাৰ লগত যোৱা চহিচ দুজন আৰু মাল কঢ়িওৱা মানুহটোও আমাৰ পথৰ সংগী হিচাবে পাম।

আমি আগবাঢ়ি যোৱাৰ লগে লগে গৰম কমি আহিছে। ক্ৰমে হিমালয়ৰ পাদদেশৰ পৰা ওপৰলৈ উঠিব ধৰিছোঁ। কিনকিনীয়া বৰষুণে যাত্ৰাৰ আৰম্ভণিতে মন সেমেকাই দিছিল। আমি যাত্ৰা আৰম্ভ কৰাৰ বহুত আগতে খোজ কাঢ়ি যোৱা যাত্ৰী সকলে আগবাঢ়িছে। তেওঁলোকে নানান বৰণৰ প্লাষ্টিকৰ কাপোৰ গাত মেৰুৱাই পানীকোট আৰু ছাতিৰ অভাৱ পূৰণ কৰিছে। এইবোৰ কাপোৰ বাটত কিনিবলৈ পোৱা যায়। আমিও পানীকোট পিন্ধি ঘোঁৰাত উঠিলোঁ।। আমাৰ আগে আগে পিঠিত এমোন ওজনৰ বোজা লৈ আমাৰ "বোজৱালা" নেপালী ডেকা কৰ্ণবাহাদুৰ সাৱলীল আৰু অভ্যস্ত পদত ওখ পৰ ঠেক পাহাৰী ৰাস্তাৰে আগুৱাই গৈছে।

ঘোঁৰাৰ ওপৰত উঠাৰ অভিজ্ঞতা মোৰ এয়ে প্ৰথম।

প্ৰথমতে অলপ ভয় লাগিছিল। স্বামীৰ আশ্বাস বাণীত শাৰী এখন মাৰাঠী মহিলাৰ দৰে পিন্ধি লৈ ঘোঁৰাৰ পিঠিত বহিলোঁ। অলপ সময় যোৱাৰ পিছতে ভয় ভাগিল।

বৰষুণৰ বাবে ঘোঁৰাৰ ওপৰত উঠি মোৰ স্বামীয়ে ছাতিটো মেলোতেই ঘোঁৰাই নৈৰ ফালে লৰ মাৰিলে। মোৰ বুকু কঁপি উঠিল। ঘোঁৰাই উচপ খাই নদীৰ ফালে জপিয়াই দিলে কি হব ভাবিবলৈ সাহ নহল। যি হওক স্বামীৰ ঘোঁৰাত উঠা অভ্যাস থকা কাৰণে মোৰ দৰে ভয় খোৱা নাছিল। চহিচ জনে কলে হঠাতে ছাতি মেলাৰ শব্দ শুনি আৰু ছাতিৰ ছাঁ দেখি পাহাৰৰ পৰা শিল বাগৰি অহা বুলি ভাবি ঘোঁৰাই ভয় খাইছিল। ভৱিষ্যতে ঘোঁৰাৰ ওপৰত থকাত আৰু ছাতি নেমেলোঁ বুলি মনতে শপত খালোঁ। আমাৰ কপাল ভাল যে লাহে লাহে বতৰ ফৰকাল হৈ আহিল।

দলবান্ধি খোজকাঢ়ি যোৱা যাত্ৰীৰ সংখ্যা কাণ্ডি, দাণ্ডি বা ঘোঁৰাত যোৱা যাত্ৰীতকৈ বেছি। এটা কথা চকুত পৰিল যে সৰহখিনি যাত্ৰীয়ে ৰাজস্থানৰ লোক। এওঁলোকক দেখিলেই চিনিব পাৰি। পুৰুষ সকলৰ নাকবোৰ জোঙা, দৃষ্টি তীক্ষ্ণ। মূৰত ৰঙচুৰা কাপোৰৰ পাগুৰী। গাত ৰঙা, ক'লা, হালধীয়া আদি বৰণৰ কুৰ্তা চোলা। মালকোছা মাৰি পিন্ধা আঠুমুৰীয়া চুৰিয়া। ভৰিত আগ জোঙা ডাঙৰ ডাঙৰ নাগৰা জোতা। তিৰোতা সকলৰ গাতো নানান বৰণৰ ঘাঘৰা, ওপৰত ৰং চঙীয়া ওৰণা। হাত কাণ নাক মূৰ, ডিঙি, ভৰি আদিত জয়পুৰৰ বৈশিষ্ট্যপূৰ্ণ মণি আৰু ৰূপৰ অলংকাৰ।

এওঁলোকৰ কাপোৰৰ ৰং আৰু গহনাৰ বৈচিত্ৰ্যই মনলৈ সজীৱতা আনে।

যাত্রী সকলৰ মূৰৰ ওপৰত সৰু টোপোলা একোটা। তাতেই পথৰ প্রয়োজনীয় সকলো সামগ্রী বন্ধা আছে। কাৰো কাৰো কান্ধৰ ওপৰত বা বোকোচাত এধানি এধানি লৰা-ছোৱালী। একেবাৰে পানী কেচুৱাও মাক বাপেকে বোকোচাত বান্ধি নিয়া দেখিছোঁ। বৃদ্ধ, অন্ধ, খঞ্জ, ৰোগী আদি অলেখ প্রকাৰৰ যাত্রী। প্রত্যেকৰে হাতত একোডাল লাঠি, ভৰিত কাপোৰৰ জোতা, পিঠিত বা মূৰত টোপোলা একোটা আৰু মুখত মহাপ্রভু বদ্রিনাথৰ জয়ধ্বনি।

শাৰী পাতি আগবঢ়া এই যাত্রী সকলৰ লগত আমিও আগবাঢ়ি গৈ আছোঁ। যুগ যুগ ধৰি পথৰ দুৰ্গমতাক তুচ্ছ কৰি গৈ থকা এই যাত্রী প্ৰৱাহৰ কথা ভাবিলে বিস্মিত হব লাগে।

বাটত বহুতৰ সৈতে পৰিচয় হ'ল। সুদূৰ দাক্ষিণাত্যৰ পৰা তিনি চাৰি মাহ আগতে যাত্রা আৰম্ভ কৰা পুৰুষ-নাৰী সকলৰ মনৰ উৎসাহ আৰু উদ্দীপনা অকণো কমা নাই। এটা কথা বিশেষকৈ চকুত পৰিল যে, যাত্রী সকলৰ বেছি ভাগেই নিম্ন মধ্যবিত্ত শ্ৰেণীৰ লোক।

এই তীৰ্থযাত্ৰী সকলৰ বাহিৰেও সাধু সন্ন্যাসী আৰু ভ্ৰমণকাৰীও বহুত আছে। সাধু সন্ন্যাসী সকলক প্রায়ে অকলশৰীয়াকৈ যোৱা দেখিলোঁ। ব্যৱসায়ী লোক সকলে জাকে জাকে ঘোঁৰা, ভেড়া আৰু ওখ শকত আৰুত ছাগলীৰ

পিঠিত মাল বোজাই দি নিছে। কেদাৰ-বদ্রিলৈ এইদৰেই বাহিৰৰ পৰা বস্তু নিয়া হয়। পিঠিৰ ওপৰত সৰু সৰু বোজা বৈ নিয়া স্বাস্থ্যৱান ভেড়া আৰু ছাগলীৰ জাক বিলাক দেখি বৰ ভাল লাগে। আমি যোৱা ঠেক ৰাস্তাটোত কেতিয়াবা এই মাল কঢ়িওৱা ভেড়া, ছাগলী আৰু ঘোঁৰাৰ জাকবোৰ যাবলৈ দিবলৈ যাত্ৰী সকলে একেবাৰে পাহাৰৰ দাঁতিত গা লগাই সাৱধানে ঠিয় হৈ থাকিব লগা হয়।

ক্রমে আমি ওপৰলৈ উঠিব ধৰিছোঁ। বতৰ ফৰকাল হৈ অহাৰ লগে লগে বেলিৰ চোকা তাপ আৰু ৰশ্মিয়ে চকু আৰু মূৰত বৰকৈ ধৰিছে। খোজ কাঢ়ি যাব লগা বাটডোখৰত দুমাইল তিনিমাইল আতঁৰে আতঁৰে ৰাস্তাৰ দাঁতিত, অকণ অকণ জুপুৰী বা ডাঙৰ শিলৰ তলত সৰু দোকান পোৱা যায়। এই বোৰক ইয়াত 'চটি' বোলা হয়। 'চটি'ত চাহ, মহৰ গাখীৰ, জিলাপি, পাকোৰা আদি খোৱা বস্তু পোৱা যায়। যাত্ৰী সকলে ভাগৰ লাগিলে এই চটি বোৰত বহি বিশ্ৰাম লয়; চাহ, গাখীৰ আদি খায়। এনেকুৱা চটিত প্ৰয়োজন হলে ৰাতি থকাৰ ব্যৱস্থাও আছে। চাউল দাইল আলু আদি বস্তুও ইয়াত কিনিবলৈ পোৱা যায়। ইয়াত চাহ আমাৰ বহুতো ৰেষ্টুৰেন্টতকৈ ভাল। গৰম হৈ থকা ঘন মহৰ গাখীৰ দেখিলেই খাবৰ মন যায়। দামো কম। আমিও দুবাৰ মান বৈ চাহ খালোঁ আৰু বাটত খাবলৈ পানী উতলাই বটলত ভৰাই ললোঁ।

দুপৰীয়া ১১-৩০ মান বজাত পিপলকোটীৰ পৰা ১২ মাইল

দূৰৰ হেলং বা কুমাৰ চট্টি নামৰ গাওঁ এখন পাওঁ। ইয়াতে দোকান এখনত বহি চাউল, দাইল, আৰু, পিয়াজ ঘিউ আদি প্ৰয়োজনীয় বস্তু কিনি লৈ দোকানৰে চাহ কৰা চৌকাতে খিচিৰী ভাত ৰান্ধি পৰম তৃপ্তিৰে খালোঁ। এইবোৰ ঠাইত গাখীৰ ঘিউ আদি বৰ ভাল। দাইল চাউলৰ দাম অলপ বেছি যদিও সহজেই পোৱা যায়। আমাৰ লগত থকা চহি ;_ দুজন আৰু মুটীয়া জনে নিজে খোৱাৰ ব্যৱস্থা কৰি ললে। ইয়াতে ঘোঁৰাৰ চহিচ পান সিং আৰু গোপাল সিঙৰ বিষয়ে উল্লেখ নকৰি নোৱাৰিলোঁ।

পানসিঙৰ বয়স দুকুৰিৰ দেওনা পাৰ হৈছে। গোপাল চেঙেলীয়া ডেকা। দুয়োৰে ঘৰ আলমোৰা জিলাত। জহ-কালি বদ্ৰিনাথৰ ৰাস্তা খোলাৰ লগে লগে এওঁলোকে, আন বহুতৰ দৰে আলমোৰাৰ পৰা ঘোঁৰা লৈ আহে। পানসিঙে আঠ বছৰ ধৰি অসংখ্য বাৰ এই দৰে বদ্ৰিনাথলৈ ঘোঁৰাৰে যাত্ৰী অনা নিয়া কৰিছে। গোপাল সিঙৰ এই ব্যৱসায়ত নমা তিনি বছৰ মান হে হৈছে। যুদ্ধৰ সময়ত পানসিং হেনো চিপাহী আছিল। কিছুদিন কাম কৰাৰ পিছত আমনি লগাত কাৰোবাক টকা ভেঁটী দি চিপাহী কামৰ পৰা ওলাই আহি বিয়া-বাৰু কৰায়। কিন্তু দুৰ্ভাগ্যক্ৰমে দুবছৰ আগতে ঘৈণীয়েকৰ মৃত্যু হয়। ঘৰত খেতি বাতি নাই। বুঢ়া মাক বাপেক আৰু মাউৰা লৰা ছোৱালী এহালক সিয়ে খুৱাব লাগে। বছৰৰ ছমাহ এইদৰে যাত্ৰী অনা নিয়া কৰে, বাকী ছমাহ অতি কষ্টেৰে সেই পইচাৰে চলে। ঘোঁৰাৰ খৰচ,

নিজৰ খোৱা খৰচ, ঘৰলৈ কাপোৰ কানি দিয়া, আৰু লগতে মজদুৰ ইউনিয়নক দিব লগা মাচুল আদি বাদ দিলে লাভ বুলিবলৈ বিশেষ একোৱেই নাথাকে। ইয়াৰ উপৰিও মজদুৰ ইউনিয়নৰ সম্পাদকক মাজে সময়ে দুই চাৰি টকা নিদিলে সিহঁতে যাত্ৰী নাপায়। সাধাৰণ মানুহৰ সাধাৰণ জীৱনৰ বহুত সমস্যা বহুত দুখৰ কাহিনী পান সিঙে কৈ গ'ল। যুদ্ধৰ সময়ত মিলিটেৰী বিষয়া হিচাবে কাম কৰা মোৰ স্বামী আৰু যুদ্ধ চিপাহী পান সিঙৰ ভালদৰে বন্ধুত্ব গঢ়ি উঠিল।

গোপাল সিঙৰ এই কাম কৰা তিনি বছৰ মান হৈছে, খোঁৰাও নতুন। কথা কম কয়। বহুত সময়ৰ পিছত মোৰ প্ৰশ্নৰ উত্তৰত বিশুদ্ধ হিন্দীৰে সি কলে, "এৰা বিয়া কৰাব লাগে, কিন্তু পইচা কত? খুৱাম কি?" জীৱনৰ ওপৰত তাৰ মোহ নাই। বাচি থাকিব লাগে কাৰণেই যেন বাচি আছে। ডেকা গোপাল সিঙৰ লগত আজিৰ যুগৰ হতাশ ব্যৰ্থ আৰু অসন্তুষ্ট শিক্ষিত যুৱকৰ জীৱনৰ প্ৰতি দৃষ্টি ভঙ্গীত বিশেষ পাৰ্থক্য নাই। গোপাল সিঙক তথাপিও ভাল লাগিছিল।

আমাৰ লগৰ তৃতীয় সঙ্গী আমাৰ মুটীয়া বন্ধু কৰ্ণ বাহাদুৰ। কেতিয়াবা আমাতকৈ পিছত, কেতিয়াবা আমাতকৈ আগে আগে পিঠিৰ ওপৰত বাকচ বিছনা লৈ নিমাতে গৈ আছে। কৰ্ণবাহাদুৰে বৰ কম কম কথা কয়। বয়স বিছু বছৰৰ বেছি নহয়। শৰীৰত অসীম শক্তি। মনত প্ৰশান্তিৰে অশান্তিৰ নীৰৱতা বুজিব নোৱাৰি। ব্যৱহাৰ অতি শান্ত। বাটত

ভাগৰ লাগিলে অলপ বহিছে, পানী খাইছে। পইচা খৰচ কৰি চাহ খোৱাৰ লোভ সম্বৰণ কৰিছে। মনত হয়তো তাৰ ধন সাঁচি ঘৰ এখন পতাৰ স্বপ্নময় কল্পনা। গোপাল সিঙৰ দৰে সি এতিয়াও জীৱনৰ তিক্ত ফালটোলৈ চকু দিয়া নাই বা জোৰকৈ চকু মুদি আছে।

গোপাল সিং অস্থিৰ, চঞ্চল। তৰ্ক কৰি ভাল পায়। পান সিং ধীৰ শান্ত ঈশ্বৰপৰায়ণ। দুয়োৰে স্বভাৱৰ পাৰ্থক্য ধৰা পৰে সিহঁতৰ ঘোঁৰা দুটাৰ প্ৰতি কৰা যত্নৰ তাৰতম্যত। দুপৰীয়া আমি ভাত খোৱা পৰত পান সিঙে গৰম পানীৰে বুটমাহ সিজাই, নিমখ সানি ঠাণ্ডা কৰি অতি যত্নেৰে তাৰ ঘোঁৰাক খাবলৈ দিয়া দেখিলোঁ। আনফালে গোপালে শুকান বুটৰ মোনা এটা তাৰ ঘোঁৰাৰ মুখত বান্ধি খাবলৈ দিলে। পানী খুৱাওতে দেখিলোঁ পানসিঙে ঘোঁৰাৰ মুখৰ লেকাম খুলি দিছে, কিন্তু গোপাল সিঙে লেকামে সৈতে ঘোঁৰা পানীৰ ওচৰলৈ টানি নিছে। সোধাত উত্তৰ দিলে, "পিয়াহ লাগিলে খাব নহয় তেনেকৈ।"

কিন্তু আমাৰ সঙ্গী তিনিজনৰ পৰিচয় অকল এয়ে নহয়। ইহঁতৰ, বিশেষকৈ পানসিঙৰ আন্তৰিকতা আৰু মৰমৰ মূল্য ধনেৰে জুখিব নোৱাৰি। দুৰ্গম ৰাস্তাত ঠায়ে ঠায়ে নিজৰ বিপদকো আওকাণ কৰি আমাৰ হাতত ধৰি লৈ গৈছিল। এই তিনিও জনৰে সাহ, সহযোগিতা আৰু সহায় নোহোৱা হলে আমি বদ্রিনাথ দৰ্শন কৰি ইমান কম সময়ৰ ভিতৰতে উভতি আহিব নোৱাৰিলোঁহেতেন।

হুপৰীয়া খাই বৈ চটিতে অলপ বিশ্ৰাম কৰি পুনৰ যাত্ৰা আৰম্ভ কৰিলোঁ। আমাৰ আজিৰ গন্তব্য স্থানলৈ আৰু আঠ মাইল আছে। আমাৰ লগত খোজ কাঢ়ি অহা প্ৰায় যাত্ৰীয়ে ৰাতিৰ বাবে ইয়াতে ৰ'ল। আগৰ দিনা ৰাতি অহা যাত্ৰী সকলে এইবাৰ যাত্ৰা আৰম্ভ কৰিলে।

গধূলী চাৰে ছমান বজাত আমি আহি যোশী মঠ পাওঁ। বাটত দেখা নানান বৰণৰ চৰাইৰ জাকে মনত অপাৰ আনন্দ দিছিল। তাহানিৰ সৰুকালিতে শুনা সাধুকথাৰ এজাক পৰী হে যেন। যোশীমঠ পোৱাৰ অলপ কাষতে 'গোলাব কুটী' নামৰ ঠাই এখনৰ পৰা চিৰ তুষাৰাবৃত হিমালয়ৰ শুভ্ৰৰূপ চকুত পৰিছিল।

যোশীমঠ প্ৰকৃততে জ্যোতির্মঠৰ অপভ্ৰংশ। ই স্বামী শঙ্কৰাচাৰ্য্যই প্ৰতিষ্ঠা কৰা চাৰি মঠৰ এক মঠ। আন তিনি মঠ হল পূবে পুৰী, পশ্চিমে দ্বাৰকা আৰু দক্ষিণে ৰামেশ্বৰম্। বদৰিকানাথ উত্তৰত প্ৰতিষ্ঠিত মঠ। ইয়াৰ উচ্চতা ৬০০০ ফুট। ছিলঙতকৈ এহেজাৰ ফুট বেছি ওখ। যোশীমঠ বদ্রিনাথৰ প্ৰধান পুৰোহিত বা ৰাওলৰ গ্ৰীষ্ম নিবাস। জাৰ কালি বদ্রিনাথৰ মন্দিৰ বন্ধ থকা ছমাহ তেখেত পৰিষদবৰ্গৰে সৈতে ইয়াতে থাকে। ইয়াত স্বামী শঙ্কৰাচাৰ্য্যই প্ৰতিষ্ঠা কৰা বিখ্যাত নৰসিংহ আৰু জ্যোতিশ্বৰ মহাদেৱৰ মন্দিৰৰ বাহিৰেও বাসুদেৱ, নৱদুৰ্গা সীতা আদিৰ মন্দিৰ আছে।

যোশীমঠ টেলিগ্ৰাফ, টেলিফোন, ডাকঘৰ, ডাক্তৰখানা সমন্বিতে গঢ় লোৱা এখন সৰু চহৰ। ইয়াৰ বজাৰত অতি

সুন্দৰ ফল চকুত পৰিল। যোশীমঠৰ পিচফল আক আপেল হেনো বিখ্যাত।

ইয়াৰ ডাকবঙলা ওখ টিলা এটাৰ ওপৰত অৱস্থিত। বজাৰৰ পৰা টিলাৰ ওপৰ পাওঁতে এঘণ্টা মান লাগিল। শৰীৰ বৰ ক্লান্ত। ঘোঁৰাত উঠাৰ অভ্যাস নথকাৰ বাবে মোৰ গোটেই শৰীৰত বিষ হৈছিল।

বঙলাৰ চকীদাৰক প্ৰথমতে নাপালোঁ। বহুত বেলিৰ মূৰত বিৰক্তিপূৰ্ণ মুখেৰে আদবয়সীয়া চকীদাৰজন আহি ওলাল। হাত মুখ ধুবলৈ অলপ গৰম পানী পাব পাৰোঁ নেকি সোধাত চকীদাৰে নিৰ্বিকাৰ ভাৱে উত্তৰ দিলে খৰি নাই। লগতে লেম জ্বলাবলৈ কেৰাচিন তেল নাই বুলিও সংবাদ দিলে। বজাৰ অলপ দূৰত। বহুত তোষামোদ কৰি বিৰক্ত চকীদাৰক কোনোৰকমে খৰি আৰু কেৰাচিন তেল আনিবলৈ বজাৰলৈ পঠিয়ালোঁ। মোৰ স্বামীও খোৱা বস্তুৰ সন্ধান লবলৈ ওলাই গল। পানসিংহঁতেও আমাৰ বিছনা আদি খুলি দি সিহঁতৰ ঘোঁৰা লৈ তললৈ নামি গ'ল। এঘণ্টা মান পিছত স্বামীয়ে কেইখন মান পৰঠা আৰু আলুৰ দম আৰু টিপট এটাত চাহ লৈ আহিল। কিছু ফলো আনিলে।

ভোকত পেট কলমলালেও কপালত ভোগ নাথাকিলে কোনে কি কৰিব পাৰে। আমাৰেই কপাল বেয়া। তেতিয়ালৈ চকীদাৰে কেৰাচিন তেল আনি পোৱা নাই। প্ৰায় ন' মান বাজিছে। আমাৰ লগত থকা মম এডাল জ্বলাই লৈ বৰ আগ্ৰহেৰে খাবলৈ বহিলোঁ। কিন্তু চাহৰ টিপটৰ ভিতৰত

আৰু আলুৰ দমৰ মাজত কেবাটাও মৰা মাখি পৰি থকা দেখি খাবলৈ প্ৰবৃত্তি নহ'ল। অলপ ফল খাই শুই থাকিলোঁ।

## ॥ পাঁচ ॥

৪ আগষ্ট। আজিও সাৰ পাই বাহিৰত বৰষুণ দেখি মনটো বৰ বেয়া লাগিল। আগদিনাৰ ৰাস্তাৰ যি অৱস্থা দেখিছো বৰষুণ বেছি হলে যে কি হব ভাবিবই নোৱাৰি। তথাপিও যাবই লাগিব। স্বামীৰ উৎসাহত লৰালৰি কৰি ওলালোঁ। সৰ্বশৰীৰত বিষ। আৰু মাত্ৰ ১৯ মাইল পথ বাকী। আজি গধূলী আমাৰ বদ্ৰিনাথ পোৱাৰ কথা। আন যাত্ৰীৰ মুখত শুনিলোঁ এইখণ্ড ৰাস্তাই হেনো আটাইতকৈ বেয়া, বেছি বিপদজনক। বহুত ঠাইত বৰষুণৰ ফলত পাহাৰৰ ওপৰৰ পৰা মাটি, শিল আৰু পানীৰ ঢল আহি ৰাস্তাৰ চিন নোহোৱা কৰি পেলাইছে। এইবোৰ ঠাই পাৰ হওঁতে প্ৰাণ হাতত লৈ আগবাঢ়িব লাগে। ভৰি এখোজ পিছলিলেই অতল স্পৰ্শী তীব্ৰস্ৰোতা অলকনন্দাই বুকুত সাবটি লব। অকল এয়ে নহয়। ওপৰৰ পৰা ডাঙৰ শিল বা মাটি হঠাতে বাগৰি আহি চকুৰ পলকতে ২০।২৫ জনীয়া যাত্ৰীৰ দল

একোটাক জীৱন্ত সমাধি দিব পাৰে। আমাৰ লগৰ বহুত যাত্ৰীয়ে বতৰ আৰু পথৰ অৱস্থা দেখি যোশী মঠ আৰু আগৰ চটি বিলাকতে বতৰ মুকলি নোহোৱালৈকে অপেক্ষা কৰাই উচিত বিবেচনা কৰিলে। ঘোঁৰাৰে যোৱা যাত্ৰী কেইজনমানৰ চহিচ কেইজনে বতৰ ভাল নোহোৱালৈকে আগবাঢ়িবলৈ অমান্তি হ'ল। আমাৰ লগৰ পান সিং আৰু গোপাল সিঙে এনেদৰে নাযাওঁ বোলা হলে আমিও হয়তো বদ্রিনাথ দৰ্শন কৰিবলৈ নাপালোঁহেতেন। কাৰণ মোৰ স্বামীৰ ছুটীৰ দিন শেষ হৈ আহিছে।

যাত্ৰী সংখ্যা আজি বৰ কম। আমি প্ৰায় অকলশৰীয়া হৈ আগবাঢ়িছোঁ। মোৰ ভয় লগা নাছিল বুলি কলে মিছা কোৱা হব। কিন্তু স্বামীৰ অদম্য উৎসাহৰ সমুখত মোৰ ভয় কেনিবা গ'ল। আজি বহুত ঠাইত ঘোঁৰাৰ পৰা নামি আমি বগুৱাবাই যোৱাৰ দৰেও যাব লগীয়া হৈছিল। পিছল ঠিয় পাহাৰ, ৰাস্তাৰ কোনো চিনচাব নাই। পিছলিলে ধৰিবলৈ কতো অকণো টান মাটি বা গছ গছনি নাই। খোজ পেলোৱাৰ প্ৰতিটো মুহূৰ্তত মনলৈ আহিছে আগৰ খোজটো কত পেলাম। যদি সেই ঠাইত বৰষুণত ঢিলা হৈ থকা শিল-মাটি মানুহৰ ভৰত খহি পৰে তেন্তে ভয়ংকৰ গতিত শিলৰ ওপৰে ওপৰে কেনে ফোটোকাৰে বৈ যোৱা অলকনন্দাই নিৰ্বিকাৰ ভাৱে সাবটি লব। পানসিংহঁতৰ ঘোঁৰা এইবোৰ ঠাইত এৰি দিছিল। সতৰ্ক, ধীৰ গতিত ঘোঁৰাই নিজ ইচ্ছামতে আগবাঢ়িছে। আমিও ঘোঁৰাই খোজদিয়া ঠাইৰে

সাৱধানে আগবাঢ়িছোঁ। এই সংকটময় মুহূর্তবোৰত পান সিঙৰ সাহ আৰু সহায় কেতিয়াও পাহৰিব নোৱাৰোঁ।

যোশীমঠৰ পৰা দু'মাইল গৈ বিষ্ণুপ্রয়াগ। ইয়াতে ধৌলী নৈ অলকনন্দাৰ লগত মিলিত হৈছে। এই দুমাইল ৰাস্তা একেবাৰে ঠিয় পাহাৰেৰে নামি যাব লাগে। এইবোৰ ঠাইত ৰাস্তাৰ দুয়োকাষ চোৰাত গছৰ নিছিনা ফুল থকা সৰু সৰু জোপোহাৰে ভৰা দেখি বিস্মিত হওঁ। ইয়াত এই গছক বিচ্ছু বুলি কয়। ইয়াৰ পাত বেচিকৈ গাত লাগিলে বোলে সময়ত ঘোঁৰাক বচোৱা টান হৈ পৰে। দুই এবাৰ আমাৰ গাত নলগাও নহয়। গৰুৰ ঘিউ ইয়াৰ প্রতিষেধক দৰব। মই উঠা ঘোঁৰাৰ ভৰিত এবাৰ কেনেবাকৈ এই পাত লাগিলত চকুৰ পচাৰতে ঘোঁৰাৰ সেই ঠাই টুকুৰা ফুলি উঠিছিল। তাকে দেখি পান সিঙৰ মুখ শুকাই গৈছিল। লৰালৰি কৰি চটি এখনৰ পৰা অলপ গৰুৰ ঘিউ আনি মালিচ কৰি দিয়াত লাহে লাহে লাহে ঘোঁৰা অলপ সুস্থ হ'ল। মই দুঘণ্টা মান ঘোঁৰাৰ পৰা নামি খোজ কাঢ়ি গলোঁ।

উত্তৰ প্রদেশ স্বাস্থ্য বিভাগৰ এটা কথা লক্ষ্য কৰি ভাল লাগিল যে এই সুদূৰ, দুৰ্গম ঠাইতো তেওঁলোকে ৰাস্তাৰ দুইকাষৰ ডাঙৰ ডাঙৰ শিল বোৰত হিন্দীৰে সুন্দৰকৈ স্বাস্থ্য বিষয়ক উপদেশ ডাঙৰ আখৰেৰে লিখি থৈছে। এই লিখাবোৰ যাত্রীৰ চকুত নপৰাকৈ নাথাকে। কেইটা মান কথা মনত আছে, যেনে, "বাহী খাত্ত আৰু লেতেৰা পানী ৰোগৰ কাৰণ।" আৰৌ, বেলি উঠাৰ পূৰ্বে যাত্রা আৰম্ভ

কৰিবা।” “বাটত পৰি থকা কগ্ন লোকক ওচৰৰ ডাক্তৰ-খানালৈ নি তীৰ্থ যাত্ৰাৰ পূণ্য অৰ্জন কৰা।” ইত্যাদি। দহ পোন্ধৰ মাইল অন্তৰে অন্তৰে স্বাস্থ্য বিভাগে সুন্দৰ ডাক্তৰ খানাও সজাই দিছে। ইয়াৰ বাহিৰেও প্ৰত্যেক চটিতে পুৰুষ তিৰোতাৰ বাবে সুকীয়া বাহিৰলৈ যোৱাৰ সু-ব্যৱস্থা আছে।

যোশীমঠৰ পৰা আঠ মাইল গৈ পাণ্ডুকেশ্বৰ পালোঁ। ইয়াতে সোণৰ চূড়া দিয়া যোগবদ্রি নাৰায়ণৰ মন্দিৰ আছে। পূৰ্বে ইয়াত বোলে শিৱ মন্দিৰো আছিল। এতিয়া নাৰায়ণৰ মন্দিৰৰ বাৰান্দাতে শিৱ লিঙ্গ এটা হে আছে। পাণ্ডুকেশ্বৰৰ পৰা আন এটা ৰাস্তাৰে আঠ মাইল গলে বিশ্ব বিখ্যাত নন্দনকানন ( Valley of flowers ) পোৱা যায়। ইয়াত পৃথিবীৰ প্ৰায় সকলো ধৰণৰ ফুল আছে বুলি কয়। আমাৰ পৌৰাণিক কাব্যত উল্লেখিত নন্দনকানন বোধকৰোঁ এয়ে। এই নন্দন কাননৰ পৰা আৰু দুমাইল গলে হেম কুণ্ড বা লোকপাল নামৰ হ্ৰদ এটা পোৱা যায়। শিখ গুৰু গোবিন্দ সিংও হেনো ইয়াতে সাধনা কৰিছিল আৰু খালচা পন্থ প্ৰচাৰ কৰিবলৈ ঐশ্বৰিক নিৰ্দেশ লাভ কৰিছিল। সময়ৰ অভাৱত আমাৰ এই ঠাই দুখনলৈ যোৱা নহল।

পাণ্ডুকেশ্বৰৰ নাম মহাভাৰতৰ পাণ্ডুৰ লগত জড়িত। এ সময়ত মৃগয়া কৰিবলৈ গৈ মহাৰাজ পাণ্ডুই সঙ্গমৰত হৰিণী এজনী বধ কৰে। এই হৰিণ-হৰিণী হালি আছিল মৃগৰূপী ঋষি আৰু ঋষি পত্নী। ঋষি পত্নীৰূপী হৰিণী জনী ভেলেকৈ

মৰাত মৃত্যুৰ সময়ত হৰিণীয়ে ৰজাক শাপ দিয়ে যে পত্নী সঙ্গমৰ অত্যাধিক্যই মহাৰাজ পাণ্ডুৰো মৃত্যুৰ কাৰণ হব। এই শাপ শুনি পাণ্ডুই হস্তিনাপুৰৰ পৰা তেওঁ দুই পত্নী কুন্তী আৰু মাদ্রীৰে সৈতে ইয়ালৈ উভতি আহি সংযত জীৱন যাপন কৰিবলৈ ধৰিলে। কিন্তু ৰজাৰ মৃত্যুৰ পিছত পিণ্ড দিবলৈ কোনো পুত্র সন্তান নথকাত পাণ্ডুৰ মনত শান্তি নোহোৱা হ'ল। সেয়ে পাণ্ডুৰ অনুজ্ঞাত কুন্তী আৰু মাদ্রীয়ে দেৱতা সকলৰ সহায়ত পাঁচ পুত্রৰ জন্ম দিয়ে। মহাভাৰত খ্যাত পঞ্চপাণ্ডৱে এই পাণ্ডুকেশ্বৰতে জন্ম লাভ কৰে।

ইয়াৰ অলকনন্দাৰ পানী ফেনেৰে গাখীৰৰ দৰে বগা হৈ থাকে। ইয়াৰ পৰা নৰ আৰু নাৰায়ণ নামৰ দুটা পৰ্বতৰ চূড়া দেখা যায়। পুৰাণত আছে যে যেতিয়াই এই নৰ-নাৰায়ণৰ চূড়া একে লগ লাগিব তেতিয়াই বদ্রিনাথৰ মহাত্ম্য আন ঠাইলৈ স্থানান্তৰিত হব।

পাণ্ডুকেশ্বৰ পাৰ হৈ দুমাইল মান গৈ চটি এটাত অলপ আহাৰ কৰি পুনৰ যাত্রা আৰম্ভ কৰিলোঁ। সম্মুখত আৰু মাত্র সাত মাইল পথ। কিন্তু আমি এমাইল মান যোৱাৰ পিছতে ধাৰাসাৰ বৰষুণে আমাক তিয়াই জুকলা জুপুৰা কৰিলে। লগত নিয়া বিছনা কাপোৰ আদিও ভালদৰে তিতিল। বিছনা আদি ভালদৰে পানী কাপোৰেৰে ঢাকি ননাৰ বিপদ এতিয়াহে বুজিলোঁ। ৯০০০ ফুট ওখ হিমালয়ৰ জাৰ লৈ কঁপনি তোলা শীতল বতাহ আৰু তুষাৰ শীতল বৰষুণে আমাৰ হাত ভৰি ঠেৰেঙা কৰি পেলালে। এনে লাগিছিল যেন আমাৰ

এখোজো আগ বাঢ়িব নোৱাৰো। আমাৰ দৰে অকলশৰীয়া দুই চাৰি যাত্ৰীৰ বাহিৰে আৰু আন যাত্ৰী তেতিয়া বাটত নাই। ঠায়ে ঠায়ে পাহাৰৰ ওপৰৰ পৰা তীব্ৰগতিত পানীৰ ধল বাগৰি আহি আমাৰ ঠেক ৰাস্তাটো নেদেখা কৰি তুলিছে। জলপ্ৰপাত সদৃশ সেই পানীৰ গতি দেখিলেই ভয় লাগে। পানসিংহঁতৰ মুখ শুকান। চকু পাহাৰৰ ওপৰত। ওপৰৰ পৰা যি কোনো মুহূৰ্ততে মাটি শিল বাগৰি আহিব পাৰে। বদ্ৰিনাথৰ পৰা উভতি অহা দুই এজন যাত্ৰী পাইছোঁ। তেওঁলোকক মই মাত্ৰ এটা প্ৰশ্নকে সুধিছোঁ, "আৰু কিমান দূৰ ?" ভৰি নচলে। জাৰত কঁপিছোঁ। ৰাস্তা যেন আজি শেষ নহয়। অকলশৰীয়াকৈ বদ্ৰিনাথ দৰ্শন কৰি অহা এজন সন্যাসীক শুধিলোঁ, "কিমান পথ আছে ?" উত্তৰ পালোঁ "বেছি দূৰ নাই। ভয় নাই মাইজী, অলপ গলেই পাবা !" তেওঁৰ মুখৰ এই কথাষাৰ অমৃত বাণীৰ দৰেই কাণত পৰিল। ঠিক এই মুহূৰ্তত ইয়াতকৈ ডাঙৰ উৎসাহবাণী আৰু একো হব নোৱাৰে। সঁচাকৈ যেন কষ্টৰ শেষ হৈ আহিছে। আমি আমাৰ ঈপ্সিত স্থান এইবাৰ পামগৈ। ব্যৰ্থ হৈ উভতি যাব নালাগে।

বদ্ৰিনাথলৈ চাৰে তিনি মাইল থাকোতে হনুমান চটি। এই হনুমান চটিয়ে বদ্ৰিনাথৰ পথৰ ৰাতি থাকিব পৰা শেষ চটি। ইয়াৰ পৰা বেগৱতী অলকনন্দাৰ প্ৰখৰতা। ইয়াৰ পৰাই ঠায়ে ঠায়ে অলকনন্দাৰ পানী বৰফ হৈ গোট মাৰি থকা দেখিলোঁ। বেগবতী অলকনন্দাৰ উদ্দাম গতি যে হঠাতে কাৰোবাৰ যাদুস্পৰ্শত শুদ্ধ হৈ গৈছে। হিমালয়ৰ চিৰ

তুষাৰাবৃত চূড়াৰ শুভ্ৰৰূপ চকুত পৰিল। পাণ্ডুকেশ্বৰ এৰাৰ পৰাই প্ৰাকৃতিক দৃশ্যৰ পৰিবৰ্তন বুজিব পাৰি। চাৰিওফালে সেউজীয়া গছ লতা ভৰা। শিলৰ ওপৰেৰে চিক মিকাই পানী বাগৰি গৈছে, তুষাৰাবৃত পৰ্বতত নানান ৰঙৰ খেলা।

হনুমান চটিত মহাবীৰ হনুমানৰ মন্দিৰ আছে। প্ৰবাদ আছে যে মহাভাৰতৰ মহাবলী ভীমৰ দৰ্প ইয়াতে চূৰ্ণ হৈছিল। এসময়ত ভীম নিজৰ শক্তিৰ বাবে অতি গৰ্বিত হৈ পৰিছিল। সেই সময়তে ভীমে এদিন এটা বৃদ্ধ আৰু অথৰ্ব বান্দৰক বাটৰ মাজত পৰি ৰাস্তা বন্ধ কৰি থোৱা দেখিলে। ভীমে বান্দৰক অলপ আঁতৰি বাট এৰি দিবলৈ কলে। কিন্তু বৃদ্ধ বান্দৰে উত্তৰ দিলে যে তেওঁৰ নিজৰ আঁতৰিবলৈ শক্তি নাই, ভীমে নিজে যেন অনুগ্ৰহ কৰি নেজ ডাল আঁতৰাই ৰাস্তা উলিয়াই লয়। মহাবীৰ ভীমে অশেষ যত্ন কৰিলে, কিন্তু শৰীৰৰ সকলো শক্তি প্ৰয়োগ কৰিও সেই বৃদ্ধ, দুৰ্বল বান্দৰৰ নেজডালো লৰাব নোৱাৰিলে। ইয়াতেই ভীমৰ শক্তিৰ অহংকাৰ চূৰ্ণ হয়। এটা বুঢ়া বান্দৰৰ নেজডালো লৰাব নোৱাৰি ভীমে বুজিলে যে এই বান্দৰ সামান্য নহয়। তেওঁ বান্দৰক প্ৰণাম জনাই পৰিচয় সুধিলে। তেতিয়া বান্দৰে কলে যে তেওঁ ভীমৰ দৰেই বায়ু দেৱতাৰ পুত্ৰ আৰু ভীমৰ ককায়েক হনুমান।

হনুমান চটিৰ পৰা এইডোখৰ ৰাস্তা বৰ থিয় আৰু যাবলৈ কষ্টকৰ।

আজিৰ এই দুৰ্য্যোগৰ বতৰত আমি নিৰাপদে হনুমান চটি পোৱা দেখি তাত থকা লোক সকল আচৰিত হ'ল। তেওঁলোকে

আমাক আজি আৰু আগ নাবাঢ়িবলৈ উপদেশ দিলে। এই শেষৰ পথডোখৰ বৰ বিপদজনক। বিশেষকৈ আৰু অলপ আগত থকা সৰু দলং এখন হেনো পানী বঢ়াৰ বাবে আধাভগা হৈ আছিল। আজিৰ বৰষুণত এতিয়ামানে সেইখন একেবাৰে উটি যোৱা বুলি তেওঁলোকৰ দৃঢ় ধাৰণা। আমি পানসিংহঁতৰ ফালে চালোঁ। দেখিলোঁ মাত্ৰ চাৰে তিনি মাইল ৰাস্তাৰ বাবে আজিয়ে আমাৰ গন্তব্য স্থান পোৱাৰ পৰা বিৰত থাকিবলৈ সিহঁতো অসম্মত। যাব নোৱাৰিলে পুনৰ চটিলৈ উভতি আহিম বুলি কৈ অলপ দুঃসাহস কৰিয়ে আগ বাঢ়িলোঁ।

হনুমান চটিত মোৰ স্বামীয়ে বিচনা খুলি দুখন কম্বল উলিয়াই মোৰ গাত এখন মেকুৰাই দিলে, নিজেও এখন মেকুৰাই ললে। জাৰত আমি ঠক্ ঠক্ কৰি কঁপিছিলোঁ, হাত ভৰি অৱশ হৈ যোৱাৰ দৰে লাগিছিল। তিতা কাপোৰৰ ওপৰত আধা তিতা কম্বলৰ উমে শৰীৰ মনলৈ বহুত বল আনিলে। আমাৰ লগত থকা ছাটি আৰু পানীকোটে এনেকুৱা বতাহ বৰষুণত একো কাম নিদিলে।

আমি ওপৰলৈ উঠি যোৱাৰ লগে লগে অক্সিজেন বতাহ কমি অহাৰ বাবেই বোধকৰোঁ আমাৰ হাত ভৰিৰ আঙুলী বোৰ ফুলি, এক্কাও একোট্টা হৈ উঠিছে। ওঁঠবো সেই একে অৱস্থা। পানসিংহঁতৰ একো হোৱা নাছিল, বোধ কৰো সদায় অহা যোৱা কৰাৰ অভ্যাসৰ বাবে। মই অলপ ভয়

খোৱা দেখি পান সিঙে কলে যে এয়া একো নহয়, কেইঘণ্টা মান পিছত ঠিক হৈ যাব।

হনুমান চটিৰ পৰা তিনি মাইল গলে দেৱদৰ্শনী নামৰ সৰু মন্দিৰ এটা পোৱা যায়। হঠাতে ইয়াত বতাহ আৰু ঠাণ্ডা হৈ পৰিল। সমুখত বদ্ৰিনাথপুৰীৰ ঘৰবাৰী আৰু মন্দিৰৰ কিছু অংশ দেখা পালোঁ। এই ঠাইৰ পৰা সকলো যাত্ৰীয়ে যান-বাহনৰ পৰা খোজ কাঢ়ি যোৱাৰ প্ৰথা। ইয়াতে আমি ভাল দামী গৰম কাপোৰৰ কোট পেণ্ট পিন্ধা পাণ্ডা কেইজনমান পাওঁ। প্ৰথমে দেখি এওঁলোকক পাণ্ডা বুলি অনুমান কৰিব নোৱাৰি। মূৰৰ টুপীৰ পৰা ভৰিৰ জোতালৈ এওঁলোক একো-জন আধুনিক যুগৰ কাপোৰ পিন্ধা মানুহ। ভাবিলোঁ প্ৰায় চাৰে দহহেজাৰ ফুট ওখ হিমালয়ৰ হাড় কঁপোৱা জাৰত আমাৰ পাণ্ডাৰ দৰে চুৰিয়া চাদৰ পিন্ধি থকা সম্ভৱ নহয় বাবেই ইয়াত এওঁলোকৰ কোট, পেণ্ট, জোতা-মোজা-আদি পিন্ধাত কোনো বাধা নাই।

গধূলী প্ৰায় পাঁচ মান বজাত, সূৰ্য্যাস্তৰ সময়তে আমি ধাম পালো। এইখিনি পাওঁতে বৰষুণৰ প্ৰবলতা কমিছে, পাহাৰৰ চূড়াত ৰ'দৰ জিলিকনি দেখা গৈছে। সকৰে পৰা সাধু কথাৰ দৰে শুনি থকা বদ্ৰিকা আশ্ৰমত সোমাই মন এক বিমল আনন্দ আৰু প্ৰশান্তিত ভৰি পৰিল।

আমি প্ৰথমেই মন্দিৰ দৰ্শন কৰিলো। তাৰ পিচত পূৰ্বৰ ব্যৱস্থা মতে মন্দিৰৰ কতৃৰ্পক্ষৰ সহায়ত গুজৰাট ভৱনলৈ আহিলোঁ। গুজৰাট ভৱন বিশেষকৈ গুজৰাটৰ পৰা অহা

যাত্ৰীৰ বাবে। শ্ৰী মুন্সী উত্তৰ প্ৰদেশৰ ৰাজ্যপাল থকাৰ সময়ত তেওঁৰ পৃষ্ঠপোষকতাত এই গুজৰাট ভৱন নিৰ্মাণ কৰা হৈছিল।

বদ্রিনাথ ধামৰ থকা, খোৱা আৰু স্বাস্থ্য ৰক্ষাৰ সুব্যৱস্থা দেখি বিস্মিত নহৈ নোৱাৰিলোঁ। গধূলি ছবজাৰ পৰা পুৱা ছবজালৈকে ইলেকট্ৰিক লাইটে ঠাই খন পোহৰ কৰি থয়। এই লাইটৰ বাবে মন্দিৰৰ কৰ্তৃপক্ষৰ নিজস্ব ডাইনামো আছে। পুৰীৰ ভিতৰৰ ৰাস্তা ঘাট বেচ পৰিষ্কাৰ। মন্দিৰ পৰিচালনা কমিটিৰ কৰ্মীসকলো অতি ভদ্ৰ আৰু বিনয়ী। যাত্ৰীক বৰ অমায়িকতাৰে সহায় কৰে। আমাৰ বিছনাৰ কাপোৰ আদি বৰষুণত তিতি যোৱাত তেওঁলোকে অতিথিশালাৰ পৰা স্থানীয় হাতৰ তৈয়াৰী ভেৰাৰ নোমৰ ডাঠ কম্বল তুলি আনি যতনাই দিলে। কম্বল বিলাকৰ বৰ উম। এজন কৰ্মীয়ে তপ্ত কুণ্ডৰ পৰা গা ধোৱা ঘৰলৈ বাল্টিৰে গৰম পানী আনি দিলে। ইয়াৰ উপৰিও তেওঁলোকে ৰাতি আমাৰ খোৱা-বোৱাৰ খবৰ লবলৈ নাপাহৰিলে।

এই দুৰ্গম পথ অশেষ কষ্টেৰে পাৰ হৈ আহি এনেকুৱা সুবিধা পোৱাৰ আশা আমি কৰা নাছিলোঁ। অৱশ্যে আমি উঠা গুজৰাট ভৱন এই সময়ত খালি থকাটো আমাৰ সৌভাগ্য বুলি কব লাগিব। কাৰণ গুজৰাটৰ পৰা অহা যাত্ৰী থকা হলে আমি অইন ঠাইলৈ যাব লাগিলহেতেন। মন্দিৰৰ একেবাৰে ওচৰতে থকা এই গুজৰাট ভৱনেই ইয়াৰ আটাইতকৈ ভাল ধৰ্মশালা।

বদ্ৰিনাথ ধামত কমেও তিনি ৰাতি থকাৰ নিয়ম। আমিও সেই মতে তিনি ৰাতি থাকিবলৈ স্থিৰ কৰি আজি ভাগৰ আৰু ক্লান্তিত শুই পৰিলোঁ।

## ॥ ছয় ॥

৫ আগষ্ট। সাৰ পাই মনত পৰিল আজি আমি পৰম পবিত্ৰ বদ্ৰিনাথ ধামত আছোঁ। চকুমেলিয়ে, কেবাদিনৰো পিছত বেলিৰ মুখ দেখি বৰ ভাল লাগিল। কৰ্ণ বাহাদুৰক ৰখীয়া থৈ আমাৰ তিতা কাপোৰ-কানিবিলাক ৰ'দত মেলি দিলোঁ। তাৰ পিছত তপ্তকুণ্ডৰ পৰা পানী তুলি স্নান কৰি মন্দিৰ দৰ্শন কৰিবলৈ গলোঁ। আমি যোৱাৰ অলপ আগতে মন্দিৰ দুৱাৰ খোলা হৈছে। যাত্ৰীৰে মন্দিৰৰ ভিতৰ ভৰি পৰিছে। আমাৰ সৌভাগ্যক্ৰমে মন্দিৰ পৰিচালনা কমিটীৰ কৰ্মচাৰী এজনে আমাক মন্দিৰৰ ভিতৰতে একাষে থকা পাঁচফুটমান ওখকৈ বন্ধোৱা ঢাপ এটাৰ ওপৰত বহুৱাই দিলে। ইয়াৰ পৰা মন্দিৰৰ ভিতৰ খন, বিগ্ৰহ, পূজা আদি অতি সুন্দৰকৈ দেখা যায়। তেওঁ আমাক তাত থকা কেইদিন পুৱা, দুপৰীয়া, গধূলি নিঃসঙ্কোচে তাতে বহি পূজা-আৰতি দৰ্শন কৰিবলৈ কলে।

ইয়াত যাত্ৰীৰ বিগ্ৰহ দৰ্শন কৰোৱা, দৰ্শনী দিয়া আদিৰ ব্যৱস্থা দেখি মুগ্ধ হলোঁ। শ শ যাত্ৰী অহাযোৱা কৰিছে, কতো অকণমানো বেমেজালি নাই। সকলো শৃঙ্খলাবদ্ধভাৱে আহি গৈ আছে। যাত্ৰী মন্দিৰৰ ভিতৰ সোমোৱা আৰু বাহিৰলৈ যোৱা দুখন দুখন বেলেগ দুৱাৰ। মন্দিৰৰ কৰ্মী সকলে সুদক্ষতাৰে এদল যাত্ৰীক বিগ্ৰহ দৰ্শন কৰোৱাই বাহিৰলৈ পঠিয়াই দি আন এদলক ভিতৰলৈ আনিছে। এনেদৰে কতো একো হাঁই উৰুমি নোহোৱাকৈ সকলোৱে বিগ্ৰহ দৰ্শন কৰা আৰু প্ৰসাদ পোৱাৰ সুবিধা পাইছে। যাৰে যি ইচ্ছা বা সামৰ্থ্য—সেইমতে এপইচাৰ পৰা শ টকীয়া নোটলৈ, সোণ ৰূপ, ফল ফুল আদি দি সেৱা জনাইছে। দৰ্শনী কোনে কি দিলে সেই লৈ কাৰো দৃষ্টি নাই। সকলো যাত্ৰী ইয়াত সমান।

বদ্রিনাথৰ বিগ্ৰহৰ গাত হাত দিয়াৰ অধিকাৰ একমাত্ৰ পুৰোহিত বা ৰাওলৰহে আছে। তপ্ত কুণ্ডৰ এটা অংশ ৰাওলৰ বাবে আচুতীয়াকৈ দেৱালেৰে বেৰি থোৱা আছে। তেওঁ তাত স্নান কৰিবলৈ যাওঁতে আন পূজাৰীয়ে তেওঁৰ আগে আগে সোণৰ দণ্ড ধৰি নিয়ে। ৰাওলে পুনৰ তপ্ত কুণ্ডত স্নান কৰি বিগ্ৰহৰ স্নান সম্পন্ন কৰায়। তাৰ পিছত চন্দনেৰে বিগ্ৰহৰ ওপৰত সুন্দৰকৈ প্ৰলেপ দিয়ে। ইয়াৰ পিছত এপদ এপদকৈ কৰি বিগ্ৰহ নানান মূল্যৱান বস্ত্ৰালংকাৰেৰে ভূষিত কৰে। এই অনুষ্ঠানক শৃঙ্গাৰ বোলা হয়।

বৰ্ত্তমান ৰাওল জনসুশ্ৰী, তপ্ত কাঞ্চনৰ দৰে উজ্জ্বল বৰণৰ ডেকা মানুহ। ৰাওল সকল গৃহী নহয়। এওঁলোক দাক্ষিণাত্যৰ



পিপল কোটিৰ পৰা যাত্ৰাৰ প্ৰস্তুতিত লেখিকা



মটৰৰ ৰাস্তাৰ শেষ—ঘোঁৰাৰে যাত্ৰাৰ আৰম্ভণি



অলকনন্দা উপত্যকা ঘাৰোৱাল পৰ্ব্বতমালা



বদ্ৰিনাথৰ পথত এটি দক্ষিণ ভাৰতীয় যাত্ৰীদল



যোশী মঠৰ পথৰ এটি মনোৰম দৃশ্য



বদ্রিনাথ পুৰীৰ প্ৰশান্ত পৰিবেশ



দূৰৈৰ পৰা বদ্রিনাথ পুৰীৰ এটি
বিতোপন দৃশ্য



প্ৰত্যাবৰ্ত্তন—হৰিদ্বাৰ বাচষ্টেচন
শ্ৰীভাৰ্গব আৰু শ্ৰীকমলেশ্বৰ বৰুৱা

কেৰালা প্ৰদেশৰ লোক। স্বামী শঙ্কৰাচাৰ্যই এই মন্দিৰ পুনঃ প্ৰতিষ্ঠা কৰাৰ পৰাই ইয়াত ৰাওলৰ পদ সদায় কেৰালাৰ নম্বুদ্ৰিপদ ব্ৰাহ্মণ সকলে অধিকাৰ কৰি আহিছে। ইয়াৰ পূজাৰ পদ্ধতিও আন সচৰাচৰ আমি দেখা ঠাইতকৈ সুকীয়া ধৰণৰ। আঠজন ব্ৰাহ্মণে বিগ্ৰহৰ দুই কাষে ওখকৈ সজোৱা দীঘলীয়া বেঞ্চিৰ দৰে ঠাইত বহে—একাষে চাৰিজনকৈ বহে। তেওঁলোকে সম্মিলিত স্বৰত বিশুদ্ধ সংস্কৃত উচ্চাৰণেৰে বেদ, গীতা, ভাগৱত আদিৰ শ্লোক আৰু বদ্ৰিনাৰায়ণৰ বৰ্ণনা সুমধুৰ সুৰত গাই যায়। মাজে মাজে আকৌ শ্লোকবিলাক সকলোৰে বোধগম্য হোৱাকৈ সৰল হিন্দীত ব্যাখ্যা কৰি যায়। চাই আৰু শুনি মুগ্ধ হব লাগে।

মন্দিৰত পুৱাৰ পূজা শেষ হোৱাৰ পিছত আমি তপ্ত কুণ্ডলৈ আহিলোঁ। উত্তপ্ত পানীৰ ওচৰা ওচৰি কৈ থকা সাতটা উহকে সপ্ত তপ্ত কুণ্ড বোলা হয়। মন্দিৰৰ কৰ্তৃপক্ষই সুন্দৰকৈ উহ কেইটা বন্ধাই দিছে। হিম শীতল অলকনন্দাৰ পাৰতে এই তপত পানীৰ কুণ্ড কেইটা বদ্ৰিনাথৰ এক উল্লেখযোগ্য বৈশিষ্ট্য।

আবেলি আমি বদ্ৰিনাথ ধামৰ আশে পাশে অলপ ফুৰিলোঁ। বজাৰলৈ গলোঁ। দেখি আচৰিত হলোঁ যে বৰ্ত্তমান যুগৰ বিলাস সামগ্ৰীৰ পৰা দৈনন্দিন জীৱনৰ প্ৰয়োজনীয় সকলো বস্তুকে কম বেছি পৰিমাণে দোকানবোৰত পোৱা যায়। অৱশ্যে দাম বেছি। গধূলিতো বদ্ৰিনাথ ধামৰ সৌন্দৰ্য চাই মন্দিৰলৈ সন্ধ্যাৰতি দৰ্শন কৰিবলৈ আহিলোঁ। আৰতি শেষ হোৱাৰ

পিছত ওচৰৰে দোকান এখনত বহি লুচি তৰকাৰী আৰু গৰম চুজি খাঁলো। ইয়াত খোৱা বস্তু পালেং পাতৰ দৰে এবিধ পাতত দিয়ে। কেবাখনো পাত শলাৰে গাঁঠি জোৰা লগাই ডাঙৰ কৰি দিয়ে, বাচনৰ কাৰবাৰ নাই। আমি খোৱা দোকান এটা প্ৰকাণ্ড শিলৰ তলত। দোকানৰ গৰাকী এ গৰাকী তিৰোতা মানুহ। এফালে চৌকাত গৰম গৰম লুচি তৰকাৰী কৰি আছে, আনফালে যাত্ৰীয়ে হাতত পাত লৈ বাহিৰতে থিয় হৈ খাইছে। ভিতৰত দুজন মানুহহে কোনো ৰকমে বহিব পাৰে। আমি দোকানৰ ভিতৰত বহি খালোঁ। প্ৰায়বোৰ খোৱা বস্তুৰ দোকানেই এনে ধৰণৰ। আমি থকা দুদিন এই একেখন দোকানতে খাইছিলোঁ।



৬ আগষ্ট। আজি আমি মন্দিৰত ভোগ দিয়াৰ ব্যৱস্থা কৰোঁ। লগতে বাৎসৰিক পূজা দিবলৈ মূল্য দিওঁ। বদ্রি-নাৰায়ণক ভোগ দিয়াৰ লগতে মূল মন্দিৰৰ ওচৰতে থকা লক্ষ্মীদেৱীৰ মন্দিৰত ভোগ দিয়াৰ নিয়ম। আমিও লক্ষ্মীদেৱীৰ মন্দিৰত ভোগ দিয়াৰ ব্যৱস্থা কৰিলে। ডাঙৰ মন্দিৰৰ চৌদিশে বহুতো সৰু সৰু মন্দিৰ আছে।

বদ্ৰিনাথৰ মন্দিৰৰ পৰা আধা মাইল মান আঁতৰত, অলকনন্দাৰ পাৰত ব্ৰহ্মকপাল নামে পিণ্ডদানৰ প্ৰখ্যাত স্থান অৱস্থিত। ইয়াত বৃহৎ শিল এটাৰ ওপৰত যাত্ৰী সকলে তেওঁলোকৰ মৃত আত্মীয় স্বজনৰ বাবে পিণ্ড দান কৰে। পিণ্ডৰ বাবে মন্দিৰৰ পৰা প্ৰসাদ আৰু চৰণামৃত আনিব লাগে। ব্ৰহ্মকপালত পিণ্ডদানৰ পিছত মৃতকৰ বাৎসৰিক শ্ৰাদ্ধ কৰা অশাস্ত্ৰীয় বুলি বিশ্বাস কৰা হয়। ইয়াৰ পিণ্ডদানৰ ব্যৱস্থাও সুনিৰ্ধাৰিত। মন্দিৰৰ কৰ্তৃপক্ষই নিৰ্বাচিত কৰি দিয়া পুৰোহিতৰ দ্বাৰা যাত্ৰীয়ে যাৰ যেনে ইচ্ছা আৰু সামৰ্থ্য তেনেভাৱে পিণ্ড দিব পাৰে। ভাৰতবৰ্ষৰ আন বহুত তীৰ্থ-স্থানৰ দৰে বদ্ৰিনাথত ক'তো যাত্ৰীৰ ওপৰত আৰ্থিক হেঁচা নপৰে। মোৰ স্বামীয়েও আমাৰ উভয়ৰে পৰলোকস্থ উপৰি পুৰুষ সকল, আত্মীয় স্বজন আৰু বন্ধুবান্ধৱৰ পিণ্ড দান কৰিলে। ইয়াত একেলগে বহি বহুত যাত্ৰীয়ে পিণ্ড দিব পাৰে। পিণ্ড দান কৰি উভতি আহি আমি মন্দিৰৰ প্ৰসাদ গ্ৰহণ কৰোঁ।

আবেলি আজি ওচৰতে থকা ভৃগুমুনিৰ গুহা চাবলৈ যাওঁ। ইয়াত আমি দুগৰাকী সন্ন্যাসী লগ পালোঁ। এজনে আমাক গুহাৰ ভিতৰলৈ নি দেখুৱালে। গুহাত সোমোৱা মুখখন একেবাৰে সৰু। আঠুকাঢ়ি সোমাব লাগে। ভিতৰ খন বেছ আহল বহল। দুজন মানুহ ভালদৰে থাকিব পাৰে। সন্ন্যাসীৰ হাতৰ ক্ষীণ চাকিৰ পোহৰত গুহাৰ ভিতৰখন বৰ ৰহস্যময় যেন লাগে। হাজাৰ হাজাৰ বছৰ পূৰ্বে মহাভাৰতখ্যাত ভৃগু মুনিয়ে ইয়াতে বহি ভগৱানক পাবলৈ

তপস্যা কৰিছিল। আমি অতি ক্ষুদ্ৰ দুজন মানুহৰ সেই পুণ্যময় স্থান দৰ্শন কৰাৰ সৌভাগ্যৰ কথা ভাবি শৰীৰ মন ৰোমাঞ্চিত হৈ উঠিল।

আমি লগপোৱা সন্ন্যাসী দুজনৰ এজনে এক লক্ষ পঁচিশ হাজাৰ নীলপদ্ম আহুতি দিবলৈ সংকল্প কৰি কেইবাদিনো ধৰি যজ্ঞ কৰি আছে। তেওঁলোকে কলে যে এই নীলোৎপল বৰ কষ্টেৰে বহুত ওখৰ পৰা আহৰণ কৰিব লাগে। এই ফুলৰ ৰং পাতল নীলা। তেওঁ আমাক কেইটামান এই আপুৰুগীয়া নীল পদুম দিলে।

ভৃগুমুনিৰ গুহা চাই আমি সেই সময়ত বদ্রিনাথত থকা বিখ্যাত সাধক আৰু পণ্ডিত শ্ৰীনাৰায়ণ স্বামীক দৰ্শন কৰিবলৈ গলোঁ। তেখেতৰ এই সময়ত শাৰীৰিক অসুস্থতাৰ বাবে বেছি সময় নাথাকি আমাৰ নমস্কাৰ জনাই উঠি আহিলোঁ। আজি গধূলি পুনৰ মন্দিৰলৈ গৈ শেষবাৰৰ বাবে আৰতি দৰ্শন কৰিলোঁ।

কালিলৈ উভতিম। প্ৰাকৃতিক ঐশ্বৰ্যপূৰ্ণ, প্ৰশান্তিময় ঠাইখন এৰি যাব লাগিব। বহুত দিনৰ পৰিচিত ঠাই এখন এৰি যোৱাৰ বেদনা অনুভৱ কৰিলোঁ।

মনত অলপ দুখ থাকিল যে বহুত ঠাইলৈ আমি যাব নোৱাৰিলোঁ। স্বামীয়ে আশ্বাস দিলে ঈশ্বৰে কৰালে পুনৰ আমি আহিম।

বদ্রিনাথৰ পৰা দুমাইল দূৰত থকা ভাৰত আৰু তিব্বত সীমান্তৰ শেষ গাওঁ মানালৈ যাব নোৱাৰিলোঁ। মানাৰ পৰা

আকৌ কেইমাইলমান গৈ পোৱা যায় সতোপনাথ (বা সত্যপথ)। ব্যাস মুনিয়ে হেনো ইয়াতে বহি পুৰাণ সংকলন কৰিছিল। আৰু ইয়াতেই সেই তপস্বীয়ে প্ৰত্যেক ভাৰতীয়ৰ ৰন্ধ্ৰে ৰন্ধ্ৰে জীয়াই থকা মহাভাৰত ৰচনা কৰিছিল। বহুতো পুঁথি একেলগে জাপি থোৱাৰ দৰে দেখিবলৈ ডাঙৰ শিল এটাক এতিয়াও ব্যাস পুস্তক বুলি কোৱা হয়।

আৰু চাবৰ মন বৈ গল বসুধাৰা। বদ্রিনাথৰ পৰা পাঁচ মাইল দুৰ্গম ৰাস্তা পাৰ হৈ পোৱা বৃহৎ জলপ্ৰপাত দেখাৰ সৌভাগ্য নহ'ল। এই জলপ্ৰপাত চাৰিশ ফুট ওখ। ইয়াত গঙ্গা তিনি ধাৰা হৈ অলকাপুৰী পাৰ হৈ মৰ্তধামলৈ নামিছে। অলকাপুৰী ঐশ্বৰ্য-দেৱতা কুবেৰৰ ৰাজ্য। গঙ্গাৰ এই তিনিধাৰাৰ নাম, অলকনন্দা, সৰস্বতী আৰু বসুধৰা বা লক্ষ্মী। এই লক্ষ্মী বিষ্ণুপত্নী নহয়, কুবেৰভাৰ্য্যা।

## আঠ

৭ আগষ্ট। ঘৰলৈ উভতিছোঁ। পুনৰাই ওলাই মন্দিৰ দৰ্শন কৰি গৃহাভিমুখে খোজ লৈছোঁ। ভাবি আচৰিত হৈছোঁ কেনে অভাৱনীয় ভাবে, কি ভাগ্যৰ বলত আমি এই পৰম পৱিত্ৰ

তীৰ্থস্থান পালোঁহি। ছিলঙৰ পৰা আহোতে, গুৱাহাটীত কলিকতাত আনকি দিল্লীতো বদ্রিনাথ ধামলৈ অহাৰ কথা ভবা নাছিলোঁ। কিহৰ আকৰ্ষণত আহিলোঁ কব নোৱাৰোঁ। কি পালোঁ তাকো সঠিক কৈ কব নোৱাৰোঁ। কিন্তু স্বীকাৰ কৰিব লাগিব যে আমাৰ অন্তৰ পূৰ্ণ হৈ উঠিল, মন প্ৰশান্তিত ভৰি পৰিল। এনে ভাব হল যেন বিপদপূৰ্ণ পথত অকলশৰীয়াহৈ আগবাঢ়ি যোৱা আমাৰ জীৱনৰ এই মধুৰ সাহচৰ্য আৰু অনাবিল মাধুৰ্য আন ঠাইত আৰু পোৱা সম্ভৱ নহয়।

আগবাঢ়িছোঁ। মাজে মাজে ঘূৰি চাইছোঁ সেই পূণ্যময় তীৰ্থস্থানলৈ। লাহে লাহে চকুৰ আঁৰ হৈ আহিছে ৰূপেৰে নিৰ্মিত চূড়াৰ দৰে উজ্জ্বল তুষাৰাবৃত নীলকান্ত চূড়া। এই ৰূপ, এই আনন্দ জীৱনত অক্ষয় হৈ ৰ'ব। এই যাত্ৰা, এই অভিজ্ঞতা সঞ্চিত হৈ ৰ'ব মনৰ গহনত।

এইবাৰ ভৈয়ামলৈ নামিছোঁ। বৰষুণ পৰিছে। ৰাস্তা আমি উঠি যোৱাৰ সময়তকৈ আৰু বেয়া হৈছে। আমি মাত্ৰ তিনিদিনৰ আগতে বদ্রিনাথলৈ যোৱাৰ সময়ত তাৰ পৰা উভতি অহা যাত্ৰীক উৎকণ্ঠাৰে ৰাস্তাৰ অৱস্থাৰ কথা সুধিছিলোঁ। আজি আমাকে বদ্রিনাথ যাত্ৰীয়ে বাটত একেদৰেই সুধিছে—পথ কেনে। সুধিছে—কিমান দূৰ আছে।

ৰাতি আমি আজি তিনিদিন আগতেঁ এৰি যোৱা যোশীমঠ বা জ্যোতিৰ্মঠত জিৰণি লৃলোঁ।

# ন

৮ আগষ্ট। আজি আমাৰ পিপলকোটী পোৱাৰ কথা। পিপল মানে আহঁত গছ। কেতিয়াবা ইয়াত আঁহত গছৰ প্ৰাচুৰ্য আছিল বাবেই হয়তো স্থানীয় লোকে ইয়াৰ নাম পিপলকোটী থয়। আজিৰ এই উনৈশ মাইল পথ গলেই আমাৰ পদযাত্ৰাৰ অন্ত হব। আজিৰ ৰাস্তাৰ অৱস্থা অতি ভয়াবহ। ক্ৰমাগত বৰষুণৰ ফলত ৰাস্তাৰ চিন চাব নোহোৱা হৈ গৈছে। একালে হিমালয়, আনফালে বহুত তলত ফেনে-ফোটোকাৰে দ্ৰুত গতিৰে শিলৰ ওপৰেৰে দেও দি জপিয়াই জপিয়াই কাণ তাল মাৰি ধৰা শব্দৰে বৈ যোৱা অলকনন্দা। মাজে মাজে আকৌ পাহাৰৰ পৰা মাটি খহি পৰাৰ ফলত একাঠু, এককাল এঠালেতিয়া মাটিৰ বোকা। এইবোৰ ঠাইৰ ওচৰত থিয় হৈ সন্দেহ হৈছে যাব পাৰিমনে নোৱাৰোঁ। কিন্তু পাৰ হৈ আহিছোঁ কেনেবাকৈ। সৰ্বশৰীৰ বোকা পানীৰে লুতুৰি পুতুৰি হৈ পৰিছে। ওচৰৰ চটিৰ পৰা পানী খুজি লৈ হাত মুখ ধুই লৈছো। চটিৰ মানুহে বিস্মিত দৃষ্টিত আমালৈ চোৱা দেখিছোঁ। এই বিস্ময় আমাৰ অৱস্থা দেখি নহয়, আমাৰ দুঃসাহস দেখি। যদি ভৰি পিছলিলহেঁতেন? যদি ওপৰৰ পৰা মাটিৰ পাহাৰ বাগৰি পৰিলহেঁতেন? তেতিয়া

সেই:বাৰ মনলৈ আহিবলৈ দিয়া নাই! পিপলকোটী পোৱাৰ পিছত ভাবিছোঁ এই বিপদসংকুল অৱস্থাৰ কথা ভাবি মুখ শুকাই গৈছে, বুকু কঁপিছে, দ্বিতীয় বাৰ পুন আৰু সেই ৰাস্তাৰে যাব নোৱাৰিম এনেকুৱা লাগিছে।

গধূলি পিপলকোটী পাই প্ৰথম খবৰ শুনিলোঁ যে আমাৰ ঠিক পিছত থকা ১০।১২ জনীয়া যাত্ৰীৰ দল এটাৰ সাত জন মানুহৰ পাহাৰৰ ওপৰৰ পৰা শিলমাটি খহি আহি মৃত্যু হৈছে। তেওঁলোক চিৰদিনৰ বাবে নিশ্চিহ্ন হৈ গৈছে নিৰ্দয়, নিষ্ঠুৰ অলকনন্দাৰ বুকত। বদ্ৰিনাথ দৰ্শন কৰি আমাৰ দৰে ঘৰলৈ উভতি অহা. এই সহযাত্ৰী কেইজনৰ কথা ভাবি মনটো বৰ বেয়া লাগিল। আমি নিৰাপদে পাৰ হৈ অহাৰ আনন্দ যেন হ্রাস পালে।

পিপলকোটীৰ পৰা আমাৰ বাচেৰে যোৱাৰ কথা। কিন্তু বাচ ষ্টেচনত শুনিলোঁ ঠায়ে ঠায়ে দলং উটি যোৱাই আজি গধূলিলৈকে এখন বাচো শ্ৰীনগৰৰ পৰা পোৱাহি নাই। ৰাস্তা হবলৈ তিনি চাৰিদিন বা বেছিও লাগিব পাৰে। আমি অলপ চিন্তিত হলোঁ। ৰাস্তাৰ কথা শুনি আন আন যাত্ৰীসকলো হতাশ হৈ পৰিল। এনেতে কোনোবাই কলে যে পিপলকোটিৰ পৰা ছমাইল ৰাস্তাৰ ভিতৰত কেবাখনো সৰু সৰু দলং উটি গৈছে। কিন্তু সেই ছমাইল খোজকাঢ়ি গলে সিফালে বাচ পোৱা সম্ভৱ হবও পাৰে বা পুনৰ পিপলকোটীলৈ ঘূৰি আহিব লাগিব পাৰে। বাচ পাওঁ নাপাওঁ নাভাবি আন যাত্ৰীৰ লগতে কাইলৈ খুব পুৱাতে আমিও এই ছমাইল খোজকাঢ়িবলৈ স্থিৰ

কৰিলোঁ। আমাৰ মাল কঢ়িওৱা কৰ্ণবাহাতুৰক কালিলৈও বাচ যোৱা ঠাইলৈ আমাৰ বিচানা আদি লৈ যাবলৈ ৰখালোঁ।

আজি ৰাতিয়ে আমি দিব লগীয়া ধনৰ হিচাব শেষ কৰি আমাৰ এই আঠ দিনৰ আপদ বিপদ, সুখ দুখৰ সঙ্গী পান সিং আৰু গোপাল সিঙৰ পৰা বিদায় ললোঁ। বহুত দিনৰ পুৰণি, বিশ্বাসী বন্ধুক এৰি যোৱাৰ দৰেই মনত বেদনা অনুভৱ কৰিলোঁ। ইহঁতৰ ফটো লৈছিলোঁ। ফটো পঠিয়াবলৈ ঠিকনা ললোঁ।*

## দহ

৯ আগষ্ট। পূৰ্বৰ নিৰ্দেশমতে পুৱাই কৰ্ণবাহাতুৰ আজি হাজিৰ হল। আমিও ওলালোঁ। সেই ধল পুৱাৰে আমাৰ দৰে দলে দলে যাত্ৰী বাচ ধৰিবলৈ যোৱা দেখি মনত বল পালোঁ। বাটত পাহাৰী নৈৰ সোঁতে উটুৱাই নিয়া তিনিখন

* পান সিংহঁতলৈ ফটো পঠিয়াইছিলোঁ আলমোৰা জিলাৰ ঠিকনাত। সিহঁতৰ চিঠিও পাইছিলোঁ। ভৱিষ্যতে বদ্রিনাথলৈ গলে পানসিঙৰ ঘোঁৰা লবলৈ আৰু বন্ধু বান্ধৱকো কবলৈ অনুৰোধ কৰি লিখিছে। পান সিংহঁতৰ মৰম আন্তৰিকতা পাহৰা সম্ভৱ নহয়।

-ৰলং দেখোঁ। দুঘণ্টা সময়ত সাত মাইল পথ পাৰ হৈ চাৱে সাতমান বজাত বাচ আহি ৰব বুলি কোৱা ঠাইডোখৰ পালোঁ। কিন্তু বাচৰ কোনো চিন চাব নাই। ইতিমধ্যে প্ৰায় এশ দেৰশ যাত্ৰী তাত গোট খাইছে। কেতিয়া বাচ আহিব তাৰ কোনো স্থিৰতা নাই। কাৰণ আগত যদি আৰু কৰবাত ৰাস্তা ভাঙিছে আমি জনাৰ উপায় নাই। ৰাস্তাৰ দাঁতিত আমি আশা আৰু উৎকণ্ঠাৰে বহি পৰিলোঁ।

দুঘণ্টা মানৰ পিছত দূৰত বাচৰ ঘৰ্ঘৰণি শব্দ শুনি সকলোৰে মনলৈ আশাৰ ৰেঙনি আহিল। এতিয়া চিন্তা হল কেইখন বাচ আহিছে, আৰু কিমান যাত্ৰী যাব পাৰিব। বাচৰ চিট লৈ সকলোৰে হুৰামুৰা লাগিল। কোনোমতে আমি দুটা টিকট লৈ বাচত উঠি স্বস্তিৰ নিঃশ্বাস পেলালোঁ। ইয়াতে আমাৰ সঙ্গী কৰ্ণবাহাদুৰৰ পৰাও বিদায় ললোঁ। আজি আমি শ্ৰীনগৰ পোৱাৰ কথা। ৰাস্তা বেয়া বাবে বাচ খুব লাহে লাহে চলিছিল এনেয়ে আন কোনো অসুবিধা নোহোৱাকৈ গধূলি আহি শ্ৰীনগৰ পালোঁ। ইয়াৰ আহল বহল ডাক বঙলাত ভালদৰে জিৰণি লবলৈ পাই ভাল লাগিল। ৰাতি ওচৰৰে দোকানত বহি আটাৰ ৰুটী তৰকাৰী আদি বৰ তৃপ্তিৰে খালোঁ। শ্ৰীনগৰ ডাক বঙলাত থকা সেই বনৰীয়া নেমু গছৰ পৰা নেমুটেঙা লৈ পানীত চেপি খাই বৰ ভাল লাগিল। অসমীয়াৰ টেঙা খাব খোজা জিভাত টেঙা সদায় তৃপ্তিদায়ক।



## এঘাৰ

১০ আগষ্ট। আজি আমাৰ বাচৰ সময় খুব পুৱাতে। ডাক বঙলাৰ পৰা বাচ ষ্টেচন অলপ দুৰ কাৰণে আমি পুৱা চাৰে চাৰি বজাতে উঠি যাবলৈ ওলালোঁ। আজি হৰিদ্বাৰ পোৱাৰ কথা। ডাক বঙলাৰ চকীদাৰে ইমান সোনকালে চাহ-পুৰী আদি যতনাই দিব বুলি ভবা নাছিলোঁ। নিদিলেও কবলৈ একো নাছিল। সামান্য কথা। কিন্তু চকীদাৰ এজনৰ এই দায়িত্বজ্ঞান আৰু আন্তৰিকতা মনত ৰৈ যোৱা কথা। চাহ কাপ খাই বৰ ভাল লাগিল। তেতিয়াও ভালদৰে পোহৰ হোৱা নাই।

হৃষীকেশলৈ আজি এই ডোখৰ ৰাস্তা বেচ ভাল, বতৰো ফৰকাল। মনত ঘৰলৈ উলটি অহাৰ আনন্দ; লগতে প্ৰশান্তিপূৰ্ণ ক্ষণস্থায়ী দিনকেইটা পেলাই থৈ অহাৰ বেদনা।

হৃষীকেশত বাচ সলাই হৰিদ্বাৰলৈ টিকট লোৱা হল। হৃষীকেশৰ পৰা হৰিদ্বাৰ ১৪ মাইল পথ। বাচতে মানুহৰ মুখত শুনিলোঁ যে হৰিদ্বাৰৰ পৰা দুমাইল গৈ, কনখল নামৰ ঠাইত আজি মেলা আছে। মেলালৈ অগণন যাত্ৰী যোৱা দেখিলোঁ। আমিও হৰিদ্বাৰ পাই সময় হলে কনখলৰ মেলা চাবলৈ যাম বুলি ভাবিলোঁ।

হৰিদ্বাৰ পাওঁতে দুপৰীয়া দুইমান বাজিল। আমি বদ্রি-নাথলৈ যাওঁতেই ঠিক কৰি থোৱা কেনেল বিশ্ৰাম ভৱনত স্নানাহাৰ কৰি কন্‌খল চাবলৈ ওলালোঁ। এই দীঘলীয়া যাত্ৰাৰ ক্লান্তি নতুন ঠাই, নতুন কথা চোৱাৰ হেঁপাহত সাময়িক ভাবে পাহৰি পেলালোঁ।

কন্‌খল ভাগীৰথীৰ পাৰৰ এখন সৰু গাওঁ। হৰিদ্বাৰৰ পৰা দুমাইল দূৰ। কাথত আছে যে ব্ৰহ্মাৰ পুত্ৰ প্ৰজাপতি দক্ষৰ কন্যা সতীৰ বিবাহ হৈছিল শিৱৰ লগত। সতীৰ পিতৃ দক্ষই এবাৰ এটা ডাঙৰ যজ্ঞ পাতি সকলো দেৱতাকে নিমন্ত্ৰণ কৰিলে। কিন্তু ব্যাঘ্ৰচৰ্ম পৰিহিত ভস্মাবৃত মহাদেৱক জোঁৱাই বুলি পৰিচয় দিবলৈ লাজ পাই সতী আৰু মহাদেৱক যজ্ঞলৈ নামাতিলে। ইপিনে যজ্ঞৰ কথা শুনি সতী বিনা নিমন্ত্ৰণে পিতৃগৃহত উপস্থিত হয়। ইয়াতে পিতৃ দক্ষই সতীৰ আগত মহাদেৱৰ নিন্দা কৰে। স্বামী নিন্দা সহিব নোৱাৰি সতীয়ে সেই যজ্ঞ স্থলীতে প্ৰাণ ত্যাগ কৰে। এই যজ্ঞকুণ্ড কন্‌খলত আজিও দেখিবলৈ পোৱা যায়। ইয়াত এটা বৃহৎ শিৱ মন্দিৰ আছে। আজিয়ে সতীৰ দেহত্যাগৰ সেই পুণ্যতিথি।

কন্‌খল মেলা চাই আবেলি উভতিলো। ৰাতি সোনকালে খাই বৈ শুই পৰিলোঁ। এই কেইদিনৰ পথশ্ৰমৰ ক্লান্তি যেন এতিয়াহে অনুভৱ কৰিবলৈ ধৰিছোঁ। সেয়ে পোনেই দিল্লীলৈ নগৈ হৰিদ্বাৰৰ প্ৰশান্তিময় পৰিবেশৰ মাজত তিনিদিন থাকি বিশ্ৰাম লবলৈ স্থিৰ কৰিলোঁ।

# হৰিদ্বাৰ

প্ৰথম দিনা হৰিদ্বাৰৰ ওচৰৰ ঠাইবিলাক চালোঁ। আটাইতকৈ ভাল লাগিল হৰ-কী-প্যাৰীলৈ গৈ। ইয়াৰ ওচৰতে ব্ৰহ্মকুণ্ড। গঙ্গাৰ মাজত মাৰ্বল পাথৰেৰে বন্ধোৱা সৰু দ্বীপৰ দৰে এটুকুৰা ঠাই। ইয়াৰ সোঁ মাজতে ওখ স্তম্ভ এটাৰ ওপৰত ঘড়ী এটা আছে। দুফালে দুখন দলঙে এই হৰ-কী-প্যাৰীক গঙ্গাৰ দুই তীৰৰ লগত সংযোগ কৰিছে। পুৰুষ তিৰোপাৰ বাবে সুকীয়া স্নানৰ ঘাট। সুন্দৰ ব্যৱস্থা। হৰ-কী-প্যাৰীৰ চাৰিও ফালে ব্ৰহ্মা, বিষ্ণু, শিৱ, গঙ্গা, দুৰ্গা আদি বহুতো দেৱ-দেৱীৰ মন্দিৰেৰে ভৰা। অলেখ যাত্ৰীৰ সমাৱেশ। সাধু, সন্ন্যাসী, ধৰ্মপিপাসু যাত্ৰী, ভ্ৰমণকাৰী আৰু বহুতো ধৰণৰ মানুহ। সন্ধ্যা নৈত কৰ্পূৰৰ প্ৰদীপ উটুৱাই দিয়ে তীৰ্থযাত্ৰী সকলে। শ' শ' এনেকুৱা দীপমালাই মাণিকৰ মালাৰ দৰে গঙ্গাৰ বুকু উজ্জলাই তোলে।

পৌৰাণিক কাহিনীত আছে যে অমৃত বিচাৰি এসময়ত দেৱতা আৰু অসুৰ দুয়ো একেলগে সাগৰ মন্থন কৰিছিল। সেই মন্থনৰ ফলত সাগৰৰ তলৰ পৰা অমৃত প্ৰাপ্ত হয়। কিন্তু অমৃত কোনে লব তাকে লৈ দেৱাসুৰৰ মাজত যুদ্ধ আৰম্ভ হয়। এই চেগতে ব্ৰহ্মাই মনে মনে অমৃত কুম্ভ লৈ আহে।

বাটত ব্ৰহ্মাৰ ভাগৰ লগাত ইয়াতে, গঙ্গাৰ পাৰত জিৰণি লয়। সেই সময়তে অমৃতকুম্ভৰ পৰা অলপ অমৃত হৰিদ্বাৰৰ গঙ্গাৰ পানীত পৰে। সেয়েহে হৰিদ্বাৰৰ গঙ্গাৰ পানী অতি পৱিত্ৰ বুলি জ্ঞান কৰা হয়। প্ৰতি বাৰ বছৰৰ অন্তৰত হৰিদ্বাৰত পূৰ্ণকুম্ভ মেলা হয়।

আমি গধূলি হৰ-কী-প্যাৰী ঘাটত স্নান কৰিলোঁ। পাপ পুণ্যৰ কথা নাজানোঁ, কিন্তু যুগ যুগান্তৰ ধৰি লক্ষ লক্ষ মানৱে কিবা এটা বিশ্বাসত এই পৱিত্ৰ স্থানলৈ আৰু গঙ্গাৰ বুকুলৈ লৰি আহিছে। কি পাইছে কোনেও বৰ্ণাব নোৱাৰে, কিন্তু কিবা যে পাইছে এই সত্য অনুভৱ কৰিব পাৰে। সেই পোৱাৰ মূল্য যুক্তি, তৰ্ক বা বিচাৰেৰে নিৰ্ধাৰণ কৰা সম্ভৱ নহয়। ইয়াক বিশ্বাস আৰু অনুভূতিৰেহে অনুভৱ কৰিব পাৰি।

হৰিদ্বাৰ পোৱাৰ দ্বিতীয় দিনা আমি শ্ৰী আৰু শ্ৰীমতী মিশ্ৰৰে সৈতে টেক্সীৰে পুনৰ হৃষীকেশ আৰু লক্ষ্মণঝুলালৈ যাওঁ। বদ্রিনাথলৈ যোৱাৰ সময়ত এই ঠাই দুখনৰ মাজেৰে গৈছিলোঁ যদিও চোৱাৰ সময় হোৱা নাছিল।

হৰিদ্বাৰৰ পৰা দহ মাইল গৈ বিখ্যাত সত্যনাৰায়ণৰ মন্দিৰ দৰ্শন কৰিলোঁ। হৃষীকেশ চহৰৰ মাজত শ্ৰীৰামচন্দ্ৰৰ ভাতৃ ভৰতৰ মন্দিৰ। হৃষীকেশত আন আন আৰু বহুতো সৰু বৰ মন্দিৰ আছে।

হৃষীকেশৰ পৰা অলপ গৈয়ে লক্ষ্মণঝুলা। ইয়াত গঙ্গাৰ ওপৰত ওলোমোৱা দলং এখন আছে। ইয়াৰ প্ৰাকৃতিক দৃশ্য

অতি মনোৰম। লক্ষ্মণঝুলাত গঙ্গাৰ সিপাৰে স্বৰ্গ আশ্ৰমত বহুতো সাধু সন্ন্যাসী থাকে। ইয়াত বদ্ৰিনাথৰ বিগ্ৰহেৰে এটা মন্দিৰ আছে। গোৰখপুৰৰ বিখ্যাত গীতা প্ৰেছে ইয়াত এটা গীতাভৱন স্থাপন কৰিছে। গঙ্গাৰ পাৰতে নিৰ্মিত এই গীতাভৱন চাবলগীয়া বস্তু। ইচ্ছা কৰিলে যাত্ৰী দুই চাৰিদিন ইয়াত থাকিবও পাৰে। এই ভৱনৰ বেৰবোৰত সম্পূৰ্ণ গীতা খন লেখা আছে।

স্বামী শিৱানন্দৰ আশ্ৰমো ইয়াতেই। এখেতে ইংৰাজী ভাষাত বহুতো অমূল্য গ্ৰন্থ লেখিছে। সন্ন্যাসী হোৱাৰ পূৰ্বে স্বামী শিৱানন্দ মালয়ত ডাক্তৰ আছিল। স্বামী শিৱানন্দৰ খ্যাতি বিশ্বব্যাপী বিয়পি পৰিছে।

গধূলি আজি আমাৰ ৰাতিৰ আহাৰ শ্ৰী আৰু শ্ৰীমতী মিশ্ৰৰ ঘৰত কৰিলোঁ। এই সৰু পৰিয়ালটো বৰ ভাল লাগিছিল।

হৰিদ্বাৰ মানে ভগৱানৰ ওচৰলৈ যোৱাৰ দ্বাৰ। হৰিদ্বাৰতে গঙ্গা পাহাৰৰ পৰা ভৈয়ামলৈ নামিছে। ইয়াত বদ্ৰিনাথৰ বাটত পোৱা গঙ্গাৰ ৰুদ্ৰ মূৰ্তি নাই।

হৰিদ্বাৰক নানান নামেৰে জনা যায়। যেনে ব্ৰহ্মাপুৰী, মায়াপুৰী, পঞ্চপুৰী, হৰ-দ্বাৰ আদি। প্ৰত্যেক নামৰ লগতে একোটাকৈ পৌৰাণিক কাহিনী জড়িত আছে।

ৰজা শ্বেতুৰ তপস্যাত সন্তুষ্ট হৈ ব্ৰহ্মাই ইয়াৰ ব্ৰহ্মকুণ্ডত স্থিতি হবলৈ সন্মত হয়। সেয়ে হৰিদ্বাৰক ব্ৰহ্মপুৰী বোলা হয়।

ভগৱান বিষ্ণুই ব্ৰহ্মাপুত্ৰ দক্ষ প্ৰজাপতিক বৰ দান কৰে।

সেই বৰ দানৰ ফল স্বৰূপে বিষ্ণুৰ চৰণে ইয়াৰ গঙ্গাৰ পাৰৰ হৰ-কী প্যাৰী পবিত্ৰ কৰে। সেয়ে ইয়াৰ নম হৰি—দ্বাৰ।

আকৌ কথিত আছে যে স্বামীৰ অপমান সহিব নোৱাৰি সতীয়ে ইয়াতে (কন্‌খল) দেহত্যাগ কৰে। সতীৰ আন এটা নাম মহামায়া। সেই বাবে ইয়াক মায়াপুৰীও বোলা হয়।

দ্বাপৰ যুগত শ্ৰীৰামচন্দ্ৰৰ ভ্ৰাতৃ ভৰত এই পথেৰে হৃষীকেশলৈ গৈছিল। স্বৰ্গযাত্ৰাৰ সময়ত পঞ্চপাণ্ডৱৰ পথ আছিল হৰিদ্বাৰৰ মাজেৰে। ধৃতৰাষ্ট্ৰ, গান্ধাৰী আৰু কুন্তী মহাত্মা বিদুৰৰ লগত ইহ জন্মৰ মায়া মোহৰ বন্ধন ত্যাগ কৰিবলৈ আৰু পূৰ্বজন্ম নলবলৈ তপস্যা কৰিবলৈ আহিছিল এই হৰিদ্বাৰলৈ।

ৰামায়ণ, মহাভাৰত, পুৰাণ আদিৰ কাহিনী হৰিদ্বাৰৰ প্ৰত্যেক ধূলি কনিকাৰে সৈতে মিহলি হৈ আছে।

মহাকবি কালিদাসৰ মেঘদূতত হৰিদ্বাৰৰ বৰ্ণনা পোৱা যায়। সপ্তম শতিকাও ভাৰতবৰ্ষলৈ অহা চীন পৰিব্ৰাজক চু-এন-চিয়াং (Su-en-Ching) ৰ লেখনীত ইয়াৰ কুম্ভ মোলাৰ কথাৰ উল্লেখ আছে।

মুছলমান আক্ৰমকাৰীৰ হাতত হৰিদ্বাৰৰ বহুতো ক্ষতি হৈছিল। কিন্তু আকবৰৰ দিনত ইয়াৰ পূৰ্ব গৌৰৱ কিছু পৰিমানে উদ্ধাৰ হয়। আকবৰে তেওঁৰ বিশ্বাসী হিন্দু সেনাপতি মানসিংহৰ দেহাৱশেষ হৰিদ্বাৰৰ গঙ্গাত বিসৰ্জন দিয়াৰ ব্যৱস্থা কৰাইছিল। আকবৰে মানসিংহৰ নামত মোগল শিল্প কলাৰে এটা মন্দিৰো সজোৱাইছিল। ইয়াক আজিও "মান সিং কী ছত্ৰী" বুলি কোৱা হয়।

অষ্টাদশ শতাব্দীৰ শেষৰ কালে কেইবাজনো বিদেশী ভ্ৰমণকাৰীয়ে কুম্ভমেলা দৰ্শন কৰে। ঊনবিংশ শতিকাৰ মাজ ভাগত সেই সময়ৰ ভাৰতৰ বৰলাট ডেলহাইচী চাহাবে এই ঠাইতে ১৮৫৪ খৃষ্টাব্দত পৃথিবী বিখ্যাত গঙ্গাৰ খালৰ (Cannal) কাম আৰম্ভ কৰে।

এয়ে হৰিদ্বাৰৰ পৌৰাণিক, ঐতিহাসিক আৰু বৰ্ত্তমান যুগৰ চমু আভাস। আজিও হৰিদ্বাৰত কানি, ভাং, সুৰা আদি মাদক দ্ৰব্যৰ ব্যৱহাৰ নিষেধ। আনকি আমিষ ভোজনো ইয়াত নিষেধ।

হৰিদ্বাৰ কেনেল ৰেষ্ট হাউচত থকা দিন তিনিটাৰ কথা কেতিয়াও পাহৰিব নোৱাৰোঁ।

শ্ৰীমিশ্ৰ আৰু শ্ৰীভাৰ্গৱৰ পৰা বিদায় লৈ ১৩ আগষ্টৰ দিনা পুৱা পুনৰ আমি দিল্লীৈখে উভতি আহিলোঁ। মনত লৈ আহিলোঁ এক অপূৰ্ব অনুভূতি। ভৱিষ্যতে আকৌ যাব পাৰোঁ নে নোৱাৰোঁ নাজানোঁ, কিন্তু প্ৰবল আকাংক্ষা লৈ আহিলোঁ "আকৌ যাম—।" হিমালয়ৰ আহ্বান যেন আজিও কাণত বিভিয়াই আছে। বতাহত আৰ্ত্তনাদ কৰি উঠা পাইন গছৰ শব্দ, ৰ'দৰ পোহৰত চকুত চমক মাৰি ধৰা তুষাবাবৃত হিমালয়ৰ শৃঙ্গ, ৰূপোৱালী ফিটাৰ দৰে পাহাৰৰ ভাজে ভাজে নামি অহা জলপ্ৰপাত বিলাক, সেউজীয়া ঘাঁহনি ভৰা পথাৰ, ধীৰ শান্ত গতিত বৈ যোৱা নৈ, সেই নৈৰে আকৌ উদভ্ৰান্ত, উদ্দাম, তাণ্ডৱ নৃত্য। পাহাৰৰ তলেৰে, শিলৰ মাজেৰে বৈ যোৱা নৈৰ সেই ভয়ঙ্কৰ শব্দ—যি শব্দত গাৰ নোম শিয়ঁৰি উঠে; এনেকুৱা

লাগে যেন পাহাৰ পৰ্বত ভাঙি চূৰমাৰ হৈ আহিছে। এই সকলো লৈ হিমালয় আৰু ইয়াৰ ভয়াবহ সৌন্দৰ্য্য। ইয়াৰ আহ্বান যেয়ে এবাৰ শুনিছে তেওঁ কেতিয়াও পাহৰিব নোৱাৰে। সেই আহ্বানে অতি তীব্ৰ, অতি নিৰ্মম কিন্তু অতি মধুৰ। অসমৰ ৰাজধানীত, ঘৰৰ ভিতৰত বহি হঠাতে একোবাৰ মন উদাস হৈ যায়; মনত পৰে স্বামীৰ হাতত ধৰি ধীৰ গতিত বিপদসঙ্কুল পথত এখুনি দুখুজি কৈ আগবঢ়াৰ কথা। জাৰৰ দিনত জুইৰ ওচৰত বহি মনত পৰে হিমশীতল বচাহ বৰষুণৰব কথা। মনত পৰে বদ্রিনাথৰ মন্দিৰৰ ভিতৰত বহি আৰাত চোৱৰ কথা। মনলৈ আহে পান সিং, গোপাল সিং, কৰ্ণ-বাহাদুৰ আৰু বহুতৰে কথা। চকুৰ আগত সজীৱ হৈ ভাঁহি উঠে সেই ক্ষণ বিলাক যি মোৰ অবিস্মৰণীয় হৈ থাকিব মনৰ অন্তঃস্থলিত।

## তেৰ

### বদ্রিনাথ

अपि चेत्सुदुराचारो भजते मामनन्य भाक्।
साधुरेव स मन्तव्यः सम्यग्व्यवसितो हि सः॥
क्षिप्रं भवति धर्मात्मा यश्वच्छान्तिं निगच्छति ॥

অৰ্থাৎ "মহাপাপীয়েও যদি পৰম ভক্তিৰে মোৰ পূজা কৰে তেন্তে তেওঁ সাধুত্ব প্ৰাপ্তি হয়; শীঘ্ৰে তেওঁ পবিত্ৰতা আৰু অনন্ত শান্তি লাভ কৰে।"

এইয়া হ'ল দহ হাজাৰ তিনিশ ফুট উচ্চ ( ১০৩০০০ ফুট ), নাগাধিৰাজ হিমালয়ৰ ওপৰত অৱস্থিত হিমতীৰ্থ বদৰিকাশ্ৰম বা বদ্ৰিনাথ। এই বদ্ৰিনাথ প্ৰত্যেক হিন্দুৰে মহাতীৰ্থস্থান।

হিন্দুধৰ্মৰ অভ্যুত্থানৰ বা স্বামী শঙ্কৰাচাৰ্যই নৱব শতাব্দীত বদ্ৰিনাথ পাইগৈ। প্ৰবাদ আছে যে তেওঁ নাৰদ কুণ্ডত বুৰ মাৰি বদ্ৰিনাৰায়ণৰ মূৰ্তি পায়। এই মূৰ্তি তেওঁ গৰুড় শিলাৰ তলত স্থাপন কৰে। শঙ্কৰাচাৰ্যই বদ্ৰিনাথলৈ যাওঁতে বাটত যোশীমঠ বা জ্যোতিৰ্মঠত মঠ স্থাপন কৰি যায়।

ইয়াৰ পিছত পঞ্চদশ শতাব্দীৰ মাজভাগলৈ এই মূৰ্তি গৰুড় শিলাৰ তলতে আছিল। সেই সময়ৰ গাড়োৱাল ৰাজ্যৰ মহাৰাজাই স্বপ্নাদিষ্ট হৈ বৰ্তমানৰ বদ্ৰিনাথৰ মন্দিৰ নিৰ্মাণ কৰায় আৰু বিগ্ৰহ তালৈ কানে। ইয়াৰ পিছত পৰম ভক্তিমতী ৰাণী অহল্যা বায়ে এই মন্দিৰৰ চূড়া সোণেৰে বন্ধাই দিয়ে। তেতিয়াৰে পৰা আজিলৈকে মন্দিৰৰ বহুত সংস্কাৰ আৰু পৰিবৰ্তন সাধিত হৈছে।

মন্দিৰৰ ভিতৰ সোমাওঁতে প্ৰথমে পোৱা স্তম্ভ কেইটাত বিষ্ণুৰ দশাৱতাৰৰ মূৰ্তি কটা আছে। মন্দিৰৰ দুৱাৰদলি পাৰ হৈ বিষ্ণুৰ বাহন গৰুড়ৰ মূৰ্তি। ওচৰতে থকা লক্ষ্মীদেৱীৰ মন্দিৰৰ গাতে লাগি থকা ভোগগৃহ।

বদ্ৰিনাথৰ মন্দিৰ যদিও বিষ্ণু মন্দিৰ, ইয়াৰ বিগ্ৰহৰ সচৰাচৰ দেখা বিষ্ণু বা কৃষ্ণ মূৰ্তিৰ লগত সাদৃশ্য নাই। এই মূৰ্তিৰ ভঙ্গী পদ্মাসনত বহি থকা যোগীৰ লগত হে মিলে। শিৱ আৰু বুদ্ধৰ মূৰ্তিৰ লগতো এই বিগ্ৰহৰ কিছু সাদৃশ্য চকুত পৰে। বদ্ৰিনাথৰ বিগ্ৰহৰ সোঁফালে গণেশ, কুবেৰ, উদ্ধৱ আৰু ভৰিৰ কাষত গৰুড়ৰ মূৰ্তি। বাওফালে লক্ষ্মী, নৰ আৰু নাৰায়ণ মুনি আৰু ভৰিৰ তলত নাৰদৰ মূৰ্তি আছে।

শঙ্কৰাচাৰ্যৰ শিষ্য পদ্মাপদচাৰ্যই প্ৰথম বদ্ৰিনাথৰ পূজা আৰম্ভ কৰে। তেওঁৰ পিছত কেইবা শতাব্দীও শঙ্কৰাচাৰ্যৰ শিষ্য-প্ৰশিষ্য সকলে পূজা চলাই আছিল। কিন্তু মাজতে কিছু বছৰ ৰাষ্ট্ৰবিপ্লৱৰ কাৰণে বিগ্ৰহৰ পূজাৰ ব্যাঘাত হয়। অষ্টাদশ শতাব্দীৰ শেষ ভাগত পুনৰ গাঢ়োৱাল ৰাজ্যৰ ৰজাই শঙ্কৰাচাৰ্যৰ কুলৰ এজন নম্বুদ্ৰিপদ ব্ৰাহ্মণক দাক্ষিণাত্যৰ পৰা বিগ্ৰহৰ পূজা চলাবলৈ আমন্ত্ৰণ কৰি আনে। তেতিয়াৰে পৰা ব্ৰাহ্মণ সকলেই বদ্ৰিনাথৰ পূজাৰ অধিকাৰ লাভ কৰি আহিছে। যোৱা শতাব্দীৰ শেষ ভাগলৈকে ৰাওল সকলেই মন্দিৰৰ কাৰ্যত সৰ্বেসৰ্বা হৈ আছিল। কিন্তু নানান বেমেজালি ঘটাৰ বাবে ১৯৩৯ চনত প্ৰাদেশিক চৰকাৰে মন্দিৰৰ কাৰ্য আৰু সম্পত্তিৰ তত্ত্বাৱধান কৰিবলৈ এটা কমিটি পাতি দিয়ে। তেতিয়াৰে পৰা ৰাওলৰ অধিকাৰ অকল মাত্ৰ মন্দিৰৰ পূজা পাঠৰ মাজতে সীমাবদ্ধ হয়। এতিয়াও প্ৰত্যেক নতুন ৰাওলকে ৰজাই অভিষেকৰ সময়ত একোজোৰ সোণৰ গোটা বালা আৰু সোণ ৰূপ খটোৱা দণ্ড আৰু বহুমূলীয়া পৰিচ্ছেদেৰে বিভূষিত কৰে।

মন্দিৰত ৰাওলৰ বাহিৰে আৰু কেবাজনো ব্ৰাহ্মণ আছে। এওঁলোক স্থানীয় লোক। এই ব্ৰাহ্মণ সকলে ৰাওলক পূজা আদিত সহায় কৰে, কিন্তু মন্দিৰৰ মূল বিগ্ৰহ থকা বেদীলৈ যোৱাৰ বা বিগ্ৰহ স্পৰ্শ কৰাৰ অধিকাৰ এওঁলোকৰ নাই। সেই অধিকাৰ একমাত্ৰ ৰাওলৰহে।

বদ্ৰিনাথৰ দৈনন্দিন পূজা প্ৰকৰণ সম্বন্ধে অলপ আভাস দিওঁ। জাৰকালি ছমাহ বন্ধ থকাৰ পিছত প্ৰথম যেতিয়া মন্দিৰ খোলা হয়, তেতিয়াৰ প্ৰথম কেইদিনমান পুৱা পাঁচ বজাৰ পৰা ৰাতি ন' বজালৈ মন্দিৰ খোলা থাকে। কিছুদিন পিছৰ পৰা দুপৰীয়া মন্দিৰ বন্ধ কৰি আবেলি খোলা হয়। পূজা পুৱা সাত মান বজাতে আৰম্ভ হয়। পুৱাৰ পূজাত বালভোগ দিয়া হয়। এই ভোগত শুকান ফল আৰু পায়স দিয়া হয়।

দুপৰীয়া মহাভোগ দিয়া হয়। এই ভোগত ভাত, ডাইল, তৰকাৰী আদি নানান ধৰণৰ বস্তু থাকে। পূৰ্বে কৈ থোৱা যাত্ৰী সকলেহে এই প্ৰসাদ পায়। ইয়াৰ পিছত দুপৰীয়া চাৰি ঘণ্টা সময় মন্দিৰ বন্ধ থাকে। আবেলি পুনৰ ভাগৱত গীতা সংকীৰ্তন আদি হয়। ৰাতি আৰতি হোৱাৰ পিছত ভোগ আৰু পুষ্পাঞ্জলী দি দিনটোৰ পূজা সমাপ্ত কৰা হয়। ৰাতি বিগ্ৰহৰ সাজ সজ্জা খুলি নিদ্ৰাৰ বাবে প্ৰস্তুত কৰা হয়।

বদ্ৰিনাথৰ পূজা পদ্ধতিও অলপ বেলেগ ধৰণৰ। নিৰ্দিষ্ট কেইগৰাকীমান গাড়োৱালী ব্ৰাহ্মণ পণ্ডিতে সমস্বৰে বেদ মন্ত্ৰ, গীতা, বিষ্ণুসহস্ৰনাম আদি উদাত্ত সুৰত পাঠ কৰে। বিগ্ৰহৰ

বর্ণনাও দিয়ে। মাজে মাজে হিন্দীৰে সর্বসাধাৰণৰ বোধগম্য কৰি এইবোৰৰ ৰাখ্যা কৰি যায়। আন ফালে যাত্ৰী সকলে নামগুণ কৰে। লগে লগে শঙ্খ, ঘণ্টা, কাঁহ আদিৰ পৱিত্ৰ শব্দই সকলোৰে মন বিমুগ্ধ কৰি ৰাখে আৰু যাত্ৰীসকলৰ অন্তৰাত্মাক এক উচ্চস্তৰলৈ লৈ যায়।

কেদাৰ-বদ্রিৰ পথৰ যাত্ৰীৰ বেছি ভীৰ হয় ইংৰাজী মে' মাহৰ মাজ ভাগৰ পৰা জুলাই মাহৰ মাজভাগলৈ। পুনৰ চেপ্তেম্বৰ মাহৰ মাজ ভাগৰ পৰা নৱেম্বৰৰ প্ৰথম সপ্তাহলৈকে। মাজতে জুলাই আৰু আগষ্ট মাহত বৰষুণৰ বাবে যাত্ৰী কম যায়। আমি আগষ্ট মাহৰ প্ৰথম ভাগত যোৱাই বৰষুণৰ বাবে নানান অসুবিধা আৰু বিপদৰ সম্মুখীন হব লগা হৈছিলোঁ।

জাৰ কালিৰ ছমাহ ( নৱেম্বৰ মাহৰ মাজ ভাগৰ পৰা মে' মাহৰ মাজ ভাগলৈকে ) ৰাওল পৰিষদ বর্গৰে সৈতে যোশীমঠলৈ যায়। শীতকালিৰ এই ছমাহ বদ্রিনাথ মন্দিৰ বন্ধ থাকে আৰু বদ্রিনাথ পুৰীও জনপ্ৰাণীহীন তুষাৰ স্তূপত পৰিণত হয়। এই ছমাহৰ বাবে মন্দিৰৰ ভিতৰত ঘিউ, শলিতা দি এটা ডাঙৰ বন্তি জ্বলাই থোৱা হয়। নাৰদে এই সময়ত বদ্রিনাথৰ পূজা কৰে বুলি জন বিশ্বাস।

বদ্রিনাথ বা উত্তৰাখণ্ডৰ আন তীর্থস্থানলৈ যাওঁতে বাটত থাকিবলৈ ঠায়ে ঠায়ে বাবা কালিকমূলিৱালাৰ ধর্মশালা আছে। দুই-তিনি মাইল অন্তৰে অন্তৰে থকা চটিবোৰতো থাকিব পাৰি। আন আন বহুতো ধর্মশালাও পোৱা যাব। এই বোৰত যাত্ৰীৰ বাবে চাউল ডাইল আদিৰো ব্যৱস্থা থাকে। ইয়াৰ

উপৰিও গোটেই ৰাস্তাতে দহ বা পোন্ধৰ মাইল অন্তৰত উত্তৰ প্রদেশৰ গড়কাপ্তানী বিভাগৰ সুন্দৰ ডাক বঙলাবোৰ আছে। এই ডাক বঙলাত থকাৰ অনুমতিৰ বাবে পূৰ্বে উত্তৰ প্রদেশৰ গড়কাপ্তানী বিভাগলৈ লিখিলে সুবিধা হয়। এই বঙলাবোৰ বৰ ভাল ঠাইত আৰু থাকিবলৈ ভাল। আমি বাটত বহুত লোকৰ পৰা অশেষ ধৰণে সহায়, সুবিধা পাইছিলোঁ। বিশেষকৈ ডাক বঙলাত থকাৰ সুবিধা পোৱাৰ বাবে আমি শ্রীমিশ্র আৰু উত্তৰ প্রদেশ গড়কাপ্তানি বিভাগৰ প্রতি কৃতজ্ঞ।

যোৱা বছৰ (১৯৬১) উত্তৰ প্রদেশ চৰকাৰ যোশীমঠলৈ মটৰ চলা ৰাস্তা নির্মাণ কৰিছে। এই বছৰ ( ১৯৬২ চন ) পাণ্ডুকেশ্বৰলৈজে মটৰ যোৱাৰ ৰাস্তা নির্মাণ কার্য চলি আছে। অতি দুখৰ বিষয় যে ১৯৬১ চনত কেবাটাও বাচ দুর্ঘটনাৰ ফলত এশৰো অধিক কেদাৰবদ্রি যাত্রীয়ে প্রাণ হেৰুৱায়।

মোৰ স্বামী আৰু মই কেতিয়াও আশা কৰা নাছিলো যে আমাৰ জীৱনত হঠাতে এনেদৰে বদ্রিনাথ দৰ্শনৰ সৌভাগ্য হব। বাটৰ সকলো বাধা বিঘিনি, আপদ-বিপদ আতক্রম কাৰ আমি সুকলমে বদ্রিনাথ মহাতীৰ্থ দৰ্শন কৰি ঘৰ পোৱাটো প্রকৃততে ভগৱানৰেই ইচ্ছা।